# ভাৰতীৰ গদ্য সংকলন

সুব্ৰহ্মণ্য ভাৰতী

সম্পাদক :

পেৰিয়স্বামি তুৰণ

অনুবাদক :

কুল গগৈ

নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, নতুন দিল্লী

# ভূমিকা

যি কোনো ভাষাৰ গদ্য শৈলী আৰু কথিত ৰূপ উৎপত্তি কালত একেই আছিল। কিন্তু সেই তাহানি কালত ছপাখানা নথকাৰ বাবে মৌখিক ৰূপত কোৱা মানুহৰ অভিজ্ঞতা, অনুভৱ, সোঁৱৰণী আৰু কাহিনী আদিক গদ্যশৈলীত লিপিবদ্ধ কৰি সুৰক্ষিত কৰিব পৰা নহৈছিল। পাখি কাপৰ সহায়ত তাল-পাতত লিখিবলৈ লোৱাৰ দিনতো পদ্যৰ দৰে গদ্য লিখা সিমান সহজ নাছিল। বৰং গদ্যৰ তুলনাত পদ্য লিখা আৰু মুখস্থ কৰা সহজ আছিল। সেয়ে প্ৰথমে পদ্য বা কাব্য ৰচনাৰহে সূচনা হৈছিল, গদ্যৰ নহয়। —অতি প্ৰাচীন কালতে সুবিকশিত হৈ সুনিৰ্দিষ্ট ব্যাকৰণ সম্মত ৰূপ লাভ কৰা তামিল ভাষাৰ ক্ষেত্ৰতো এই কথাই প্ৰযোজ্য।

প্ৰাচীন তামিল গদ্যশৈলীৰ নিদৰ্শন স্বৰূপে পোৱা ৰচনা হ'ল অষ্টম শতিকাত লিখিত 'ইৰেয়নাৰ কলবিয়ল।' তাৰ দুই-এক শতিকাৰ পাছত কেইবাজনো লোকে 'তোলকা প্পিয়ম' আৰু 'পত্তুপ্পাট্টু'ৰ টীকা ৰচনা কৰে। ইলম পূৰণাৰ, পেৰাচিৰিয়ৰ, নচ্চিনাৰ কিনিয়ৰ, পৰিমেল লগৰ, সেনাবৰৈয়ৰ, অড়িয়াৰক্কুনল্লাৰ আদি পণ্ডিত সকলে ভালেকেইখন বিশিষ্ট গ্ৰন্থৰ সুন্দৰ টীকা-ভাষ্য ৰচনা কৰিছে। এওঁলোকৰ আবিৰ্ভাৱ কাল দ্বাদশ শতিকাৰ পৰা ষোড়শ শতিকাৰ ভিতৰত। এই টীকাকাৰ সকলৰ টীকা প্ৰামাণ্য ৰূপত আমাৰ হাতত পৰিছে বুলি কোৱাটো টান। প্ৰথমে এইবোৰ মৌখিক ৰূপত আছিল আৰু পাছত হে তালপাতত লিপিবদ্ধ কৰা হৈছিল।

বিস্তৃত এক গদ্যৰীতি নথকাৰ বাবে এই টীকাকাৰ সকলৰ গদ্যশৈলী পদ্যময় আৰু অপৰিপুষ্ট আছিল। অড়িয়াৰক্কুনল্লাৰ-এ 'চিলপ্পধিকাৰম'ৰ টীকা লিখাৰ সময়ত প্ৰথম দুশাৰীৰ ব্যাখ্যা বিস্তৃত ভাৱে লিখি দেখে যে, ইমান বিশদভাৱে লিখাটো সম্ভৱ নহয়। সেয়ে বাকী অংশ চমুকৈ লিখে।

'চিলপ্পধিকাৰম' কাব্যৰ শ্লোকৰ মাজে মাজে কিছু কিছু গদ্যইও ঠাই পাইছে। এনেকৈয়ে সংঘমকালৰ কবি 'ভাৰতম পাদিয় পেৰুন্দেবনাৰ'-এ তেওঁৰ ৰচনাত সৰহভাগ বেনপা ছন্দ আৰু অলপ-অচৰপ 'অকবৰ পা' ছন্দ ব্যৱহাৰ কৰিলেও মাজে মাজে গদ্যও প্ৰয়োগ কৰিছে। কিন্তু এইবোৰকেই

তামিল গদ্যৰ নিদৰ্শন বুলি গ্ৰহণ কৰাটো সমীচীন নহ'ব। কেৱল এই কথা ক'ব পাৰি যে, সেই প্ৰাচীন যুগৰ গদ্যক আমি কি অৱস্থাত পাইছোঁ৷ এইবোৰ তাৰহে নমুনা।

শ্ৰীপুৰাণম, গদ্যচিন্তামণি প্ৰভৃতি গ্ৰন্থৰ পৰা জনা যায় যে, মধ্যযুগৰ জৈন ধৰ্মাৱলম্বী সকলৰ কোনো কোনো লোকে সংস্কৃত মিহলি 'মণি প্ৰৱাল' শৈলীৰ প্ৰবৰ্তন কৰিছিল। বৈষ্ণৱ আচাৰ্য সকলে 'নালায়িৰ দিব্য প্ৰবন্ধম'ৰ ভাষ্যবোৰো মণি প্ৰৱাল শৈলীতেই লিখিছিল। শৈৱসিদ্ধান্ত গ্ৰন্থবোৰৰ ব্যাখ্যা শৈৱ সম্প্ৰদায়ৰ পণ্ডিত সকলে গদ্যত প্ৰস্তুত কৰিছিল। পিছে এইবোৰকো তামিল গদ্যৰ নিদৰ্শন বুলি গ্ৰহণ কৰিব নোৱাৰি।

ভাৰতত ছপাখানা প্ৰচলিত হোৱাৰ লগে লগে হে তামিল গদ্যৰ বিকাশ লাভ কৰিবলৈ লয় বুলি ক'ব পাৰি। ইয়াৰ পিছতেই আৰম্ভ হয় স্বতন্ত্ৰ গদ্যৰ প্ৰকাশ। তাৰেই আগ-ৰণুৱা খ্ৰীষ্ট-ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে তামিল গদ্যত বাইবেলৰ অনুবাদ।

দ্বাদশ শতিকাৰ পৰা ষোড়শ শতিকাৰ ভিতৰত পোৱা শিলালিপি বোৰৰ পৰা জনা যায় যে, তামিল গদ্যৰ বিকাশ এক ৰূপতেই হৈছিল, কিন্তু শিল্পী সকলৰ তামিল ভাষাৰ জ্ঞান ভালকৈ নথকাৰ বাবে শিলালিপি বোৰত বহুতো ভুল-ভ্ৰান্তি থাকি গ'ল। সেয়ে সেইবোৰকো তামিল গদ্যৰ বিকাশৰ দৃষ্টান্তৰূপে লব নোৱাৰি।

বেস্কী নামৰ ইটালীৰ এজন মিশ্বনেৰী পাদ্ৰী অষ্টাদশ শতিকাৰ প্ৰাৰম্ভতে তামিলনাডুলৈ আহে। তামিল ভাষা ভালকৈ শিকি আৰু গভীৰভাৱে অধ্যয়ন কৰি তেওঁ 'বীৰমামুনিবৰ' নাম লৈ তামিল ভাষাত কাব্য ৰচনা কৰে। ইয়াৰ উপৰিও 'অবিৱেক পূৰ্ণ গুৰুকথা', 'ৱেডিয়ৰ ওলুক্কম' আদি গদ্য কাব্যও লিখে। এওঁৰ আগতেই সপ্তদশ শতিকাৰ মাজ ভাগত আৰু এজন খ্ৰীষ্টান পাদ্ৰী ভাৰতলৈ আহিছিল। ভাৰততে তেওঁ শেষ নিশ্বাস পেলায়। তেওঁ তত্ত্ববোধক স্বামী নাম লৈ সংস্কৃত মিহলি তামিল গদ্যত কেইবাখনো গ্ৰন্থ ৰচনা কৰে। বীৰমামুনিবৰ ৰচিত 'অবিৱেক পূৰ্ণ গুৰু কথা' হাস্যৰস প্ৰধান, ইয়াৰ গদ্য শৈলী সৰল হোৱাৰ বাবে লোকে ইয়াক আগ্ৰহেৰে পঢ়ে। এওঁৰ পিছৰ গদ্য লেখক শিৱজ্ঞান মুনিবৰে 'শিৱজ্ঞান বোধম' আৰু পিছত 'দ্ৰাবিড় মহামাডিয়ম' নামৰ বিষয়-প্ৰধান সৰ্বোত্তম গ্ৰন্থ ৰচনা কৰে।

উনবিংশ শতিকাৰ প্ৰাৰম্ভতে তাণ্ডৱৰায় মুদালিয়ৰে তামিল গদ্য শৈলীক এক নতুন ৰূপ দিয়ে। এওঁ লিখা পঞ্চতন্ত্ৰৰ কাহিনী সেই কালৰ তামিল গদ্যৰ এটি সুন্দৰ নিদৰ্শন। এওঁৰ ৰচনা-ৰীতি সৰল, বোধগম্য আৰু সাৱলীল আছিল। ‘কথা মঞ্জৰী’ নামেৰে এওঁ এক গদ্য গ্ৰন্থৰ সংকলন কৰে।

এওঁৰ পাছৰ লেখক সকলৰ ভিতৰত থালপানম ( সিংহল ) নিবাসী আৰুমুখ নাবলৰ ঠাই আগশাৰীত। জন্ম ইং 1823 চনত। এওঁ তামিল ত ‘পেৰিয়ৰ পুৰাণ বচনম’, ‘তিৰুবিলৈয়াঅল পুৰাণ বচনম’, ‘কন্দপুৰাণ বচনম’ প্ৰভৃতি কেইবাখনো সুন্দৰ গদ্যগ্ৰন্থ ৰচনা কৰে। বিদ্যাৰ্থী সকলৰ বাবে এওঁ পাঠ্য পুথিও ৰচনা কৰে। পোন পটীয়া, সহজ-সৰল গদ্যৰ এওঁ আছিল বাটকটীয়া। তিৰুবৰুট প্ৰকাশ বলল লাৰ নামৰ ৰামলিঙ্গ স্বামীয়ে মনু ‘মৰৈ কণ্ড বাচকম’ ‘জীৱিকা ৰূণয়ম’ আদি কেইবাখনো গ্ৰন্থ লিখে। এওঁৰ বাহিৰেও বীৰস্বামী চেট্টিয়াৰ-এ ‘বিনোদ ৰস মঞ্জৰী’ নামৰ গদ্য গ্ৰন্থ ৰচনা কৰে।

মায়ূৰম ৱেদনায়কম পিল্লৈ—এ ইং 1876 চনত প্ৰতাপ মুদালিয়াৰ চৰিত্ৰম নামেৰে এখনি পুথি লিখে। এইখন হাস্যৰস প্ৰধান। এইখনকেই তামিল ভাষাত প্ৰকাশিত পোনপ্ৰথম উপন্যাস বুলি ক’ব পাৰি। 1887 চনত এওঁ ‘সুগুণ সুন্দৰী’ নামৰ আন এখন উপন্যাস লিখে। ৱেদনায়কম পিল্লৈৰ গদ্য শৈলীত কথিত ভাষাই ৰূপ লৈছিল।

‘কমলাম্বাল চৰিত্ৰম’ নামৰ সুন্দৰ উপন্যাসৰ লেখক ৰাজম্ আয়াৰ ( 1872-98 )। এওঁৰেই অনুসৰণত মাধবৈয়াই ‘পদ্মাবৎ চৰিত্ৰম’ ( 1898 ) আৰু দুখন উপন্যাস ও ‘কুচিকৰ্ কুট্টিক কদৈকল’ নামৰ ভালেকেইটা গল্প ৰচনা কৰে। এই বোৰৰ ৰচনাৰীতি আকৰ্ষণীয়।

দামোদৰম পিল্লৈৰ নিভাজ ৰচনা ‘চূলামণি বচনম’। এওঁৰ দৰেই উৎকৃষ্ট শৈলীত সূৰ্যনাৰায়ণ শাস্ত্ৰীয়েও ‘মদিবানন কথা’ প্ৰণয়ন কৰে। এওঁৰ কেইবাখনো নাটক আৰু অন্যান্য গ্ৰন্থ আছে।

ইল্লান্মৈ, তামিল না বলৰ চৰিত্ৰম আদি গ্ৰন্থৰ লেখক শ্ৰীকৰম সুন্দৰম পিল্লৈ আছিল থালপানম ( সিংহল ) ৰ অধিবাসী।

বিংশ শতাব্দীৰ প্ৰাৰম্ভৰ অলপ পিছৰ পৰাই তামিল গদ্য সাহিত্যৰ সৰ্বতোমুখী বিকাশ হ’বলৈ ধৰিলে। সাহিত্যৰ বিভিন্ন ক্ষেত্ৰত নানা গ্ৰন্থ

ৰচনা হ'বলৈ ধৰিলে। 'সৰৈ মলৈয়াডিকল-এ নিভাজ তামিলৰ বিশিষ্ট ৰীতি প্ৰবৰ্তন কৰিলে। শ্ৰী বি কল্যাণ সুন্দৰম মুদালিয়াৰ-এ তেওঁৰ ভাষণ আৰু লেখনীত সাবলীল এক ৰীতি প্ৰয়োগ কৰি তামিল গদ্যক নতুন ৰূপ দিয়ে। এওঁৰ নিবন্ধ সংগ্ৰহ আৰু গদ্যগ্ৰন্থ বহুতো। এওঁৰ দ্বাৰা প্ৰকাশিত 'সাপ্তাহিক নৱশক্তি'-এ তামিল গদ্যৰ বিকাশত এক উল্লেখযোগ্য অৱদান আগবঢ়াইছে।

পণ্ডিত মণি কদিৰেচন চেট্টিয়াৰ, নাবলৰ সোমসুন্দৰ ভাৰতীয়াৰ, ৱেং-কটস্বামী নাভাৰ আদিৰ শৈলীও উৎকৃষ্ট আৰু লেখত লবলগীয়া। কিন্তু সৰ্বাধিক উল্লেখনীয় গদ্য লেখক হ'ল 'তামিল ককা' নামেৰে সুপৰিচিত ড. উ. বে. স্বামিনাথ আয়াৰ। এওঁৰ অতি সাবলীল আৰু মধুৰ শৈলীত লিখা কেইখনমান বিখ্যাত গ্ৰন্থঃ মীনাক্ষী সুন্দৰম্ পিল্লৈ চৰিত্ৰম, এন চৰিত্ৰম ( আত্মজীৱনী ), নান্ কণ্ডুম কেট্টতুম ( মই যি দেখিছোঁ আৰু শুনিছোঁ ) ইত্যাদি। এওঁৰ বিশিষ্ট, সুন্দৰ সৰল জীৱনী ৰচনা-ৰীতি পৰবৰ্তী তামিল পণ্ডিতসকলে অনুসৰণ কৰে। তেওঁলোকৰ ভিতৰত কা সুব্ৰহ্মণ্য পিল্লৈ-এ তামিল সাহিত্যৰ ইতিহাস লিখে। ড. ৰা. বি. সেতু-পিল্লৈ-এ লিখে নানা নিবন্ধ। এওঁৰ গদ্যৰীতি প্ৰশংসনীয়।

বহু ভাষাবিদ তো. পো. মীনাক্ষী সুন্দৰনাৰ, কা আপ্পাতুৰৈ আদিয়ে বলিষ্ঠ আৰু সুস্পষ্ট ৰীতিৰ প্ৰবৰ্তন কৰে। আচাৰ্য কল্কি কৃষ্ণমূৰ্ত্তিৰ অৱদান তামিল গদ্যৰ বিকাশত লেখত লবলগীয়া। 'আনন্দ বিকডন', 'কল্কি' প্ৰভৃতি সাপ্তাহিক কাকতৰ সম্পাদক থকা কালত এওঁ ভালেমান হাস্যৰস পূৰ্ণ প্ৰবন্ধ উৎকৃষ্ট গল্প ও ঐতিহাসিক উপন্যাস লিখে। অৰ্থনীতি, ৰাজনীতি আদি প্ৰসঙ্গৰ জটিল বিষয়-বস্তু সাধাৰণ পাঠকক সৰল ভাবে ফহিয়াই বুজাই দিয়াত কল্কি অপ্ৰতিদ্বন্দ্বী।

শ্ৰীৰাজাজীয়েও তেওঁৰ স্বকীয় ৰীতিত কেইবাখনো গল্প সংগ্ৰহ, নিবন্ধ, বৈজ্ঞানিক ৰচনা আৰু বিবিধ বিষয়ক প্ৰবন্ধ লিখে।

তামিল উপন্যাসৰ যুগান্তকাৰী পৰিৱৰ্তন আনে শ্ৰী মু. বৰদৰাজনাৰে। উপন্যাস সাহিত্যত এওঁ এক নতুন মোৰ দিয়ে। সৰল আৰু মাৰ্জিত ৰীতিত লিখা এওঁৰ উপন্যাস সাধাৰণ পাঠকৰ বিশেষ উপযোগী। তামিল ভাষাৰ

ওপৰত থকা এওঁৰ অখণ্ড দখল আৰু সাহিত্য-জ্ঞান এওঁৰ গ্ৰন্থ ৰচনাত সহায়ক হৈছিল। এওঁক অনুসৰণ কৰি কু. ৰাজবেণুৱেও কেইখনমান উপন্যাস লিখে।

শ্ৰী কি. বা. জগন্নাথনে সহজবোধ্য সৰল আৰু সুৱলা ভাষাত বহুতো প্ৰবন্ধ আৰু চুটি গল্প ৰচনা কৰে। চুটি গল্প আৰু উপন্যাস ৰচনাৰ ক্ষেত্ৰত উল্লেখযোগ্য নাম না. পাৰ্থসাৰথি, চী. পা. সোম সুন্দৰম প্ৰভৃতি। এই ক্ষেত্ৰত অখিলন-এ এক স্বকীয়া স্থান অধিকাৰ কৰিছে। তেওঁ অজস্ৰ উপন্যাস আৰু চুটি গল্প লিখিছে। পি. এচ. ৰামৈয়াই উৎকৃষ্ট চুটি গল্প ৰচনা কৰাৰ উপৰিও কেইখনমান ভাল নাটক লিখিছে। 'তে ৰোট্টিমকন' ( সাৰথিসূত=কৰ্ণ ) তেওঁৰ এখন উল্লেখযোগ্য নাটক। এচ. টি. সুন্দৰমৰ 'কবিয়িন্‌কণৱু' ( কবিৰ স্বপ্ন ) এখনি আবেগ-প্ৰধান নাটক। এওঁলোকৰ চিনেমাৰ গল্প বোৰো লেখত লবলগীয়া। পম্‌মল সম্বন্ধ মুদালিয়ৰে ভালে-কেইখন নাটক লিখি 'নাটকত তন্দৈ' (নাটকৰ পিতা) আখ্যা লাভ কৰিছে।

জেকুচিৰপিয়ন, কো. বি. মণিশেখৰন, শাণ্ডিল্যন, বা. কি. ৰঙ্গৰাজন আদিয়ে স্বকীয় পৃথক পৃথক শৈলীত সাহিত্য ৰচনা কৰিছে। লক্ষ্মী, অনুত্তমা, ৰাজম কৃষ্ণ, কোমগল্‌ল-ৰ দৰে লেখিকাইও প্ৰচলিত প্ৰাঞ্জল ৰীতিত সৃজনাত্মক ৰচনা লিখি সুখ্যাতি অৰ্জন কৰিছে।

ৰচিক মণি টী. কে. চি. এচ. মহৰাজন আদিৰ প্ৰবন্ধ শৈলী বিচাৰা-নুকূল, গহীন আৰু সুন্দৰ। শ্ৰীমু. অৰুণাচলম-এ তামিল সাহিত্যৰ দশম শতাব্দীৰ পৰা পঞ্চদশ শতাব্দী পৰ্যন্ত ইতিহাস বেলেগ বেলেগ খণ্ডত বিস্তৃত গৱেষণা গ্ৰন্থৰূপে প্ৰস্তুত কৰে আৰু সৰল সহজ ৰীতিত ৰচনা কৰাৰ বাবে তামিল গদ্য সাহিত্যৰ বিকাশত এওঁৰ অৱদানে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰিছে। ইয়াৰ বাহিৰেও এওঁৰ আৰু ভালেকেইখন গ্ৰন্থ আছে।

ময়িলৈ চিনী বেঙ্কট-স্বামীয়েও তামিল সাহিত্যৰ আলোচনাত্মক ক্ষেত্ৰত বহুতো অৱদান আগ বঢ়াইছে। থোৰতে ক'ব পাৰি, উপৰোক্ত আটাই কেইজন লেখকেই তামিল গদ্য সাহিত্যৰ নিৰ্মাণত যথাযোগ্য অৰিহণা আগ বঢ়াইছে।

আজিৰ বহুতো লেখকে কথাৰীতি অৱলম্বনত তামিল গদ্য সমৃদ্ধ কৰিছে। এই ঠাচত লিখা চুটিগল্পৰ বাটকটীয়া পুদুমৈপ্‌পিত্তন, কু. প. ৰা.

আদি। সাম্প্ৰতিক লেখকসকলৰ ভিতৰত নাম কৰিছে ষন্মুখ সুন্দৰম, জয়-কান্তন আদিয়ে। এওঁলোকৰ উপন্যাসবোৰে যথেষ্ট সমাদৰ পাইছে। এই গোষ্ঠীৰে অন্যান্য লেখক হ'ল: টি. জানকীৰমন, চিদাম্বৰ ৰঘুনাথন, চিদাম্বৰ সুব্ৰহ্মণ্যন, পিচ্চমূৰ্তি। বাসবনৰ ৰচনাৰীতিত ভাবপ্ৰবণতা আৰু গাম্ভীৰ্য বিদ্যমান।

তামিলনাডুৰ প্ৰাক্তন মুখ্যমন্ত্ৰী ৺অন্নাদোৰৈৰ ৰচনা অনুপ্ৰাসময়ী আলঙ্কাৰিক শব্দৰাজিৰে পৰিপূৰ্ণ। তেওঁৰ পথকেই লৈ তামিল গদ্যৰ শ্ৰীবৃদ্ধি কৰিছে ড. মু কৰুণানিধি আৰু বহুতে।

'সেন্তমিষ', 'তামিল পোষিল', 'সেন্তমিষ চেলৱী' আদি মাহেকীয়া কাকতত একালত প্ৰচাৰিত কঠিন সাহিত্যিক গদ্যৰ ঠাইত আজিকালি সৰল-সহজ শুৱলা গদ্য প্ৰয়োগ কৰা হৈছে। তামিল গদ্যৰ বিকাশত বিশেষ অৰিহণা যোগাইছে 'কলৈমগল' (সৰস্বতী), 'কল্কি'-ৰ দৰে সাপ্তাহিক কাকত, 'তামিলনাডু', 'দিন মণি'ৰ দৰে দৈনিক কাকত বোৰে।

কথ্যভঙ্গীৰ তামিলত ভাল ভাল গল্প প্ৰকাশ কৰি আহিছে মাহেকীয়া কাকত 'তামৰৈ' ( জল পদ্ম )-এ। বানমামলৈ নামৰ সম্পাদকৰ পৰিচালনাত প্ৰকাশিত হৈছে আৰায়্চ্চি (অনুসন্ধান, গৱেষণা) নামেৰে এখনি তিনিমহীয়া আলোচনী।

ব. বে. চু. আইয়াৰৰ 'বালভাৰতম', মাধবৈয়াৰ 'পঞ্চামৃতম', ভাৰতীৰ 'ইন্দিয়া' প্ৰভৃতি সাময়িক কাকতে তামিল গদ্যৰ বিকাশত চমকপ্ৰদ অৰিহণা যোগাইছে। শিশুৰ বাবেও বহুতে গদ্য লিখিছে। সেইবোৰৰ ভিতৰত উল্লেখযোগ্য টি. জ. ৰ. অল্ বল্লিয়প্পা, পূবন্নন প্ৰভৃতি।

আজিকালি বিজ্ঞান বিষয়ক প্ৰবন্ধ-পাতি আৰু পুথিও সহজ তামিল ভাষাত ৰচিত হৈছে। এই ক্ষেত্ৰত বহুদিন ধৰি কাম কৰি আহিছে পি. এচ. অপ্প্স্বামী আয়াৰে। সহজ সৰল ও নিভাজ গদ্যত বিজ্ঞান বিষয়ক গ্ৰন্থ ৰচনাৰ প্ৰতি নতুন নতুন প্ৰচেষ্টা দেখা গৈছে। এই প্ৰচেষ্টাত উল্লেখ কৰিবলগীয়া দুখন কোষগ্ৰন্থ হ'ল—'তামিল কলৈক্কলঞ্জিয়ম' ( তামিল কলা সংগ্ৰহ ) আৰু 'কুলন্দৈকল্কলৈক্ কলঙ্গিয়ম' ( শিশু কলা সংগ্ৰহ )।

তামিল গদ্যৰ বিভিন্ন দিশ সম্পৰ্কে এই চমু প্ৰবন্ধটিত বিস্তাৰিত আলোচনা কৰাটো টান। বিশেষ কেইটামান দিশহে ইয়াত উল্লেখ কৰা হৈছে।

এটা দৃষ্টান্ত দাঙি ধৰিব পাৰি। যথা সম্ভৱ আন ভাষাৰ শব্দ নিমিহলোৱাকৈ এটি বলিষ্ঠ প্ৰাণৱন্ত গদ্য গঠনৰ পক্ষে আজি বহুতেই আগ্ৰহ প্ৰকাশ কৰিছে। দৈনিক কাকত আৰু অন্যান্য সাময়িক কাকত পত্ৰ আলোচনী আদিয়েও এই পন্থা অৱলম্বন কৰিছে—এই কথা ইয়াত উল্লেখ কৰাৰ আৱশ্যক।

ভাৰতীৰ কথা ক'বলৈ গলে পোনতেই কোৱাৰ দৰকাৰ যে আমাৰ নাৰী জাতি সম্পৰ্কে তেওঁ কি ভাবিছিল। তেওঁ দঢ়াই দঢ়াই কৈছে—ভাৰতীয় মহিলাৰ উন্নত দৃষ্টি, সদাচাৰ আৰু সুনীতি আৱশ্যক। তেওঁৰ গদ্য-পদ্য উভয় ৰচনাতেই পোৱা যায় সৰলতা, স্বচ্ছতা আৰু বলিষ্ঠতা আৰু সেইবোৰে মনক সহজেই প্ৰভাৱিত কৰিব পাৰে। কিন্তু এই কথা মানিবই লাগিব যে ভাৰতীৰ কবিতা সম্পৰ্কে যিমান আলোচনা হৈছে গদ্য সম্পৰ্কে তাৰ সিকিভাগো হোৱা নাই। তাৰ এটি কাৰণ বোধহয় ভাৰতীৰ গদ্যত সংস্কৃত শব্দৰ বহুল ব্যৱহাৰ। কিন্তু সেই যুগলৈ মন কৰিলে এই কথা ওলাই পৰে যে তেওঁ কিয় সংস্কৃতবহুল তামিল গদ্য লিখিছিল। তেতিয়া তেওঁৰ একমাত্ৰ লক্ষ্য আছিল পাঠকৰ ওচৰত বিষয়-বস্তু বোৰ সুস্পষ্ট, সুদৃঢ় আৰু হৃদয়গ্ৰাহী কৈ দাঙি ধৰা। সেই প্ৰচেষ্টাত তেওঁ সফলও হৈছিল। তেওঁৰ গদ্য ৰচনা লৈ মন কৰিলে দেখা যায় যে, তেওঁৰ ৰচনাৰীতি ও প্ৰকাশভঙ্গী স্পষ্ট, পৰিষ্কাৰ আৰু প্ৰাণবন্ত। এই গ্ৰন্থত সংকলিত তেওঁৰ প্ৰবন্ধ আৰু গল্পবোৰ সুখ পাঠ্য, তেওঁৰ বক্তব্যত মেৰ পেছ নাই—পোনপটীয়াকৈ সৰল ভাৱে তেওঁ তাক দাঙি ধৰিছে। তাৰোপৰি এই বোৰৰ মাজে মাজে প্ৰকাশিত তেওঁৰ স্বভাৱসিদ্ধ হাস্য ৰসত সেই বোৰ অতি মনোৰম আৰু আকৰ্ষণীয় হৈ পৰিছে।

তামিল গদ্য ধাৰাৰ এই চমু আলোচনাত বহুতৰে নাম বাদ পৰি গৈছে আৰু উল্লেখ কৰা সকলৰো গদ্য সাধনাৰ বিৱৰণী অসম্পূৰ্ণ হৈ ৰৈ গৈছে। শ্ৰীলঙ্কা, মালেচিয়াৰ দৰে দেশবোৰত হোৱা তামিল গদ্যৰ আলোচনা কৰিবলৈ গলে প্ৰবন্ধ দীঘলীয়া হ'ব সেয়ে বহিৰ্ভাৰতীয় তামিলভাষী সকলেও তামিল গদ্যৰ সমৃদ্ধিত প্ৰশংসনীয় ভূমিকা লৈছে—এইষাৰ মাথোন কথাৰ উল্লেখ কৰি এই চমু ভূমিকাটিৰ সামৰণি মৰা হ'ল।

পে. ভুৱন

# সূচী-পত্ৰ

বিষয় | পৃষ্ঠা



## প্ৰথম খণ্ড ঃ কাহিনী



## দ্বিতীয় খণ্ড ঃ নাৰী



## তৃতীয় খণ্ড ঃ সমাজ

## চতুৰ্থ খণ্ড : তত্ত্ব

# সুব্ৰহ্মণ্য ভাৰতী ( 1882-1921 )

( চমু জীৱনী )

তামিল ভাষা-সাহিত্যৰ নৱ-উন্মেষ কালৰ এজন প্ৰধান উদ্যোগী পুৰুষ সুব্ৰহ্মণ্য ভাৰতীয়ে তামিল ভাষী সকলৰ মাজত এক নৱ চেতনা জগাই তোলে। তিৰু নেলবেলি জিলাৰ এট্টৈয়পুৰম নামৰ ক্ষুদ্ৰ দেশীয় ৰাজ্য এখনত তেওঁৰ পিতাক চিন্নস্বামী আয়াৰৰ যথেষ্ট প্ৰতিপত্তি আছিল। সেয়ে ভাৰতীয়ে অতি কম বয়সতে সেই ঠাইত পণ্ডিত ব্যক্তি সকলৰ লগত ঘনিষ্ঠ সংস্পৰ্শ লাভ কৰিবলৈ সুযোগ পায়। কম বয়সতেই তেওঁ 'ভাৰতী' উপাধি লাভ কৰে।

ভাৰতীৰ প্ৰথম শিক্ষালাভ তিৰুনবেলিৰ হিন্দু বিদ্যালয়ত। চৈধ্য-বছৰ বয়সত তেওঁৰ বিয়া হয়। এই সময়ত পিতৃৰ আৰ্থিক অৱস্থা অতি বেয়ালৈ যায় আৰু বিয়াৰ এবছৰৰ ভিতৰতে তেওঁৰ পিতৃৰ পৰলোক হয়। পাৰিবাৰিক দুৰ্গতিৰ মাজতে ভাৰতীয়ে দুবছৰৰ বাবে কাশীৰ তেওঁৰ পেহী-য়েকৰ ঘৰলৈ যায়। তাত ইংৰাজীৰ লগতে হিন্দী আৰু সংস্কৃত পঢ়াৰ সুযোগ পায় আৰু কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। ভৱিষ্যতত তামিল নাডুৰ সৰ্বজন স্বীকৃত জাতীয় কবিৰ স্থান পোৱা ভাৰতীৰ উপযুক্ত শিক্ষা আৰু চৰিত্ৰ গঢ়ি উঠে কাশীত! বঙ্গ দেশত স্বদেশী আন্দোলনৰ আবেগে ভাৰতীৰ হৃদয়ত গভীৰ ৰেখাপাত কৰে।

1902 চনত তেওঁৰ নিজৰ ঠাইলৈ ঘূৰি গৈ ৰজাৰ ওচৰত কিছুদিন কাম কৰে। পিছে মুক্তিৰ আহ্বানে তেওঁক সেই কৰ্ম জীৱনৰ বন্ধনত বান্ধি ৰাখিব নোৱাৰিলে। 1904 চনত তেওঁ মাদুৰালৈ আহি তিনিমাহৰ বাবে স্কুল এখনত শিক্ষকতা কৰে। সেই বছৰতে মাদুৰাৰ পৰা মাদ্ৰাজলৈ আহি তেওঁ 'স্বদেশমিত্ৰন' নামৰ বাতৰি কাকতৰ সহ-সম্পাদকৰূপে যোগদান কৰে। 'স্বদেশ মিত্ৰন'ত চাকৰি কৰি থকা অৱস্থাতে তেওঁ নিজাকৈ 'চক্ৰবৰ্তিনী' নামৰ মাহেকীয়া আলোচনী চলাবলৈ লয়। তাৰ লগতে 'ইণ্ডিয়া' নামৰ সাপ্তাহিক কাকতৰ সম্পাদকৰ পদৰ কামো চলায়। ভাৰতীৰ বুকুত গুমৰি থকা দেশভক্তিৰ আবেগ সমগ্ৰ তামিল নাডুতে বিয়পাই দিয়াৰ উপযুক্ত যন্ত্ৰ হ'ল—'ইন্দিয়া'।

1907 চনৰ ডিচেম্বৰ মাহত চুৰাটত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনত ভাৰতীয়ে চৰমপন্থী সকলক সমৰ্থন কৰে। তিলকৰ আদৰ্শত মোহিত হৈ তেওঁ তেওঁৰ স্তুতি কৰে আৰু নৰম পন্থী সকলক ব্যঙ্গ কৰি কবিতা লিখে। মাদ্ৰাজলৈ ঘূৰি আহি আইনলৈ কেৰেপ নকৰি তেওঁ 'ইণ্ডিয়া' কাকতত লিখিবলৈ আৰম্ভ কৰে। অনতি পলমে ইংৰাজ চৰকাৰে ব্যৱস্থা লবলৈ লওঁতেই তেওঁ গোপনে পণ্ডিচেৰী (পুহুচ্চেৰি) পায়গৈ। 'ইণ্ডিয়া' পণ্ডিচেৰীৰ পৰা পুনৰ্প্ৰকাশিত হ'লেও ব্ৰিটিছ ভাৰতত সেই কাকত নিষিদ্ধ হোৱাত 'ইন্দিয়া' বন্ধ কৰি দিবলগীয়া হয়।

ভাৰতী পণ্ডিচেৰীত থকাৰ কাল 1908-ৰ পৰা 1918। তেতিয়া তেওঁ ভয়ংকৰ আৰ্থিক সংকটৰ সন্মুখীন হয়। তাৰ মাজতে তেওঁৰ সাহিত্য সাধনা। এই সময়তে ৰচিত হয় তেওঁৰ বিশিষ্ট গ্ৰন্থ— 'পাঞ্চালীশপথম', 'কন্নন্ পাট্টু', 'কুয়িলাপাট্টু'-ইত্যাদি। এই সময়তেই তেওঁ দুজন মহান ব্যক্তিৰ সংস্পৰ্শলৈ আহে।—তেওঁলোকৰ বন্ধুত্বও লাভ কৰে। 1910 চনত পণ্ডিচেৰীলৈ আহে শ্ৰীঅৰবিন্দ আৰু তাৰ কিছু আগতে তামিল পণ্ডিত ব. বে. চু. আইয়াৰ। 1909 চনত লণ্ডনৰ 'ইণ্ডিয়া হাউচ'ত গুলী চলোৱাৰ পাছত চাভাৰকাৰ ধৰা পৰে আৰু ব. বে. চু. আইয়াৰৰ ছদ্মবেশত পণ্ডিচেৰী পায়হি। দুজন বিপ্লৱী—আইয়াৰ আৰু অৰবিন্দ। ভাৰতীয়ে তেওঁলোকক পায় বন্ধুৰূপে।

ল'ৰাকালৰ পৰাই ভাৰতীৰ পৰাশক্তিৰ ওপৰত অচলা ভক্তি। এই বিষয়ে তেওঁ ভালেমান গল্প-কবিতা লিখিছে। ভাৰতীৰ হৃদয়ক প্ৰভাৱিত কৰিছে আৰু দুজন দেৱতাই—কৃষ্ণ আৰু মুৰুগন। 'কন্নন্ পাট্টু'ই তামিল সাহিত্যত বিশেষ স্থান লাভ কৰিছে। মুৰুগনক লৈ লিখা গান বোৰো সুপ্ৰসিদ্ধ।

1918 চনত নভেম্বৰ মহত প্ৰথম মহাযুদ্ধ শেষ হ'লত ভাৰতী পণ্ডিচেৰী এৰি ব্ৰিটিছ ভাৰতত প্ৰৱেশ কৰে। অৱশ্যে বন্ধুসকলৰ চেষ্টাত তেওঁ সোন-কালেই মুক্তিলাভ কৰে। আকৌ তেওঁক মাদ্ৰাজৰ 'স্বদেশমিত্ৰন' কাকতৰ সহ-সম্পাদকৰূপে দেখা পোৱা গ'ল। ইতিমধ্যে তেওঁৰ স্বাস্থ্য বেয়াকৈ ভাগি পৰিছিল—যেন তেওঁ আগৰ মানুহজন নহয়েই।

1920 চনৰ 15 নভেম্বৰৰ পৰা ভাৰতীয়ে নানা শিৰোনাম দি ৰসৰচনা, ব্যঙ্গ-কৌতুক, সম্পাদকীয় ইত্যাদি নানা বিষয়ৰ প্ৰবন্ধ লিখিবলৈ লয়। তেওঁৰ সেই ৰচনা বোৰত এটি বিষয়েই প্ৰাধান্য লাভ কৰিছিল—কবিৰ স্বদেশ মুক্তিৰ আকাঙ্ক্ষা।

ভাৰতী তেতিয়া তিৰুবল্লিখেনী অঞ্চলত বাস কৰে। ওচৰতে পাৰ্থ সাৰথি মন্দিৰ। মাজে মাজে মন্দিৰলৈ যায় আৰু মন্দিৰৰ হাতীক কল আৰু নাৰিকল উপহাৰ দিয়ে। খুব ভাল পায়েই দিয়ে! পিছে এদিন মদমত্ত হাতীয়ে ভাৰতীক টানি নি পেলাই দিয়ে—মুৰ আৰু দেহত বেয়াকৈ আঘাত পায়।

আঘাত ভাললৈ আহিলেও ভাৰতী আৰু বেছিদিন জীয়াই নাথাকে। ভগ্ন শৰীৰ জীৰ্ণ হৈ পৰে। 1921 চনৰ এঘাৰ চেপ্তেম্বৰত তেওঁ স্বৰ্গী হয়।

ভাৰতীৰ কবিতাৰ মহত্ব জিলিকি উঠে উনচল্লিছ বছৰ বয়সত তেওঁৰ অকাল মৃত্যুৰ পিছতহে। স্বাধীনতা সংগ্ৰামৰ যি কোনো সভাত, শোভা-যাত্ৰাত হেজাৰ হেজাৰ নৰ-নাৰীৰ মুখে মুখে ভাৰতীৰ গান, ভাৰতীৰ কবিতা। তামিল জনসাধাৰণে পায় নতুন এক প্ৰেৰণা।

মুখামুখিকৈ কথা কোৱাত যি আবেগ, যি দীপ্তি—সেই আবেগ আৰু সেই দীপ্তি ঢালি দি তেওঁ নতুন গদ্য সৃষ্টি কৰিছে। নাৰীৰ মুক্তি, সমাজ-সংস্কাৰ আৰু ৰাজনীতি—সকলো ক্ষেত্ৰতেই ভাৰতী আছিল প্ৰগতিবাদী। এই সকলো বোৰেই তেওঁৰ গীত, গল্প, প্ৰবন্ধত ফটফটীয়াকৈ প্ৰকাশ পাইছে। ভাৰতীয়ে গাইছিল—হৃদয়ত যদি পোহৰ থাকে সেই পোহৰ কথাটো থাকিব। তেওঁৰ সেই গানৰ দৰেই তেওঁৰ হৃদয়ৰ পোহৰে সাহিত্য ৰচনাত পোহৰ বিয়পাই দিছিল। সেয়ে মহাকবিৰূপে তেওঁলৈ আমাৰ শ্ৰদ্ধাঞ্জলি।

# ছভাগৰ এভাগ

মীনাবালে বীণা বজালে এনেহে লাগে যেন সৰস্বতী। মাদ্ৰাজ চহৰত আমাৰ ঘৰলৈ তেওঁলোক আহিলে দোতলাৰ ঘৰটো তেওঁলোকৰ বাবে খালী কৰি দিয়া হয়। জোনাক ৰাতি আঠ বজাতে খোৱা-বোৱা শেষ হৈ যায়। ন-বজাৰ পৰা বহুৰাতিলৈকে মীনাই তাইৰ ঘৰৰ ভিতৰত বীণা বজায়। তেওঁৰ দেউতাক ৰায়বাহাদুৰ সুন্দৰৰাজ নায়ুডুৱে বাহিৰৰ বাৰান্দাৰ খাটৰ ওপৰত শুই শুই কিছু সময় কন্যাৰ বীণাবাদন শুনি অনতিবিলম্বে নাক বজাই টোপনি যায়। অৱশ্যে একতলাৰ পৰা বীণাৰ মাত শুনিব নোৱৰা ইমান প্ৰবল নাকৰ মাত নহয়। চোতালৰ এদাঁতিত মোৰ ডঙুৰা বিচনা পাতি শুই থাকোঁ। মীনাৰ বীণা শেষ নহয় মানে মোৰ চকু জাপ নাযায়।

মীনাৰ লগত শোৱে মোৰ সৰু ভনী ৰত্না। বিচনাত পৰাৰ লগে লগে টোপনি যায়। একতলাত মোৰ আই, ককাইদেউ, ন-বৌ আদিয়ে বিচনাত পৰিয়েই টোপনি যায়। ন-বৌৱে তো মুখত এমুঠি দি মুখ-হাত ধুলে কি নুধুলে, কলমতিয়াবলৈ লাগিলেই। মাজে মাজে ল'ৰা-ছোৱালীৰ কান্দোনৰ শব্দ শুনা যায়। ককাইদেৱে চাকৰি কৰে ৰেভিনিউ বোৰ্ড অফিচত। তেওঁৰ চাৰিবছৰত এবাৰকৈ অফিচত দহটকা দৰমহা বৃদ্ধি আৰু ঘৰত দুটিকৈ শিশুৰ বৃদ্ধি—ধৰাবন্ধা।

বসন্তকাল, জোনাক নিশা; মাজ ৰাতি। সমস্ত চহৰ নিদ্ৰামগ্ন। সাৰ পাই আছোঁ দুটি প্ৰাণী—মই আৰু মীনা।

বীণাবাদনত মীনা যেন গন্ধৰ্ব কন্যা। দেখাতো সাইলাখ তেনেকুৱাই। বয়স ষোল। বঢ়াই নক'লেও হ'ব। কন্দৰ্পই তেওঁৰ শৰৰ এটি আঘাততে মোৰ হিয়া-মন কাঢ়ি নি মীনাৰ হাতত সঁপি দিলে। আহ! মীনাৰ সুৰ শুনি শুনি হেপাহ নপলায়! নিতৌ নতুন যেন লাগে, যেনেকৈ নতুন লাগে তেওঁৰ মুখখনি। মীনাৰ দেউতাক ৰায়বাহাদুৰ সুন্দৰৰাজ নায়ুডু মোৰ আইৰ ককায়েক—অৱশ্যে আপোন ককায়েক নহয়। তাঞ্জোৰ প্ৰভৃতি আন আন জিলাত দীৰ্ঘকাল পুলিচ বিভাগত চাকৰি কৰি চৰকাৰী খিতাপ পাইছে। স্বদেশী আন্দোলন আৰম্ভ হোৱাৰ আগতেই তেওঁ চাকৰিৰ পৰা অৱসৰ লয়।

কথাটো কৈছোঁ এইবাবেই যে, আজিকালিৰ পুলিচ বিষয়াসকলে কেইজনমান স্বদেশী নেতাৰ বিৰুদ্ধে ৰিপোৰ্ট দিয়েই সহজতে খিতাপ আদায় কৰে। এওঁ সেই জাতৰ নহয়। এওঁৰ খিতাপৰ মূলতে আছে বিদ্যা-বুদ্ধি, বিচক্ষণতা, আৰু কঠোৰ পৰিশ্ৰম।

মীনাৰ শৈশৱকালৰ পৰাই দেউতাকৰ ইচ্ছা—ছোৱালীজনীৰ বিয়া মোৰ লগত হয়। কিন্তু সেই ইচ্ছা পূৰ্ণ হোৱাৰ বাটত বিঘিনি বহুত। আৰু তাৰে ভালেখিনি মোৰেই সৃষ্টি।

ষোল বছৰ বয়সলৈকে মই আছিলোঁ মাদ্ৰাজ ক্ৰিশ্চিয়ান কলেজৰ ছাত্ৰ। পাদ্ৰী মহোদয়ৰ দয়াত আমি শিকিছিলোঁ—বৈদিক যুগৰপৰা আজিলৈকে ভাৰতবৰ্ষৰ মুনি ঋষি কোনেও একো নাজানে—সিহঁত অজ্ঞ আৰু মূৰ্খ। কালিদাস, শঙ্কৰাচাৰ্য, শিবাজী, ৰামদাস, কবীৰদাস—আগে পিছে আৰু কিমান অধঃপতিত মূঢ় ভক্তৰ দেশ। হিন্দুধৰ্মৰ ভক্তিমাৰ্গ মূঢ়তাৰ পথ। এই কথাষাৰ প্ৰমাণ কৰিবলৈ গৈ পাদ্ৰী ডাঙৰীয়াই তেওঁৰ অজানিতেই আমাৰ তৰুণ মনত এই কথাও সিঁচি দিলে যে, খ্ৰীষ্টান ধৰ্মও মূঢ় ভক্তিৰ পথ। ধৰ্মবিষয়ক সেইবোৰ কথা বিস্তাৰিতভাৱে কৈ আমি পাঠকসকলক বিৰক্ত কৰিব নোখোজোঁ। আচল কথা, মই গঙ্গা এৰি জৰ্ডনৰ পানীত গা নিতিয়ালোঁ। মই যোগ দিলোঁ ব্ৰাহ্মসমাজত।

ইয়াৰ কিছুদিনৰ পিছতে মাদ্ৰাজৰ পঢ়াশুনা অসমাপ্তভাৱে এৰি থৈ ঘৰত কাকো একো নজনোৱাকৈয়ে মই কলিকতাৰ ব্ৰাহ্মসমাজৰ পাঠশালাত ভৰ্তি হলোঁগৈ। মোৰ মন গ'ল—ময়ো সমাজৰ এজন প্ৰচাৰক হওঁ। কেইমাহমান পঢ়িলোঁ। পিছত তাৰ পৰা উত্তৰ ভাৰতৰ বিভিন্ন ঠাই ঘূৰি মাদ্ৰাজ পালোঁহি। মই হিন্দুধৰ্ম ত্যাগ কৰিলোঁ বুলি ভাবি আমাৰ সম্প্ৰদায়ৰ মানুহে মোৰ ওপৰত নানাৰকমৰ নিৰ্যাতন আৰম্ভ কৰে। পিছে মই হতাশ নহলোঁ, বৰং মোৰ মনোবল দিনক দিনে বাঢ়িহে গ'ল। দেউতাই আমাৰ সামাজিক আচাৰ-ব্যৱহাৰ বাহিৰত দেখুৱাই মানি চলিলেও তেওঁৰ মন আছিল ব্ৰাহ্মসমাজৰ ফলীয়া। গতিকে দেউতাই মোক সদায় উপনিষদ অধ্যয়নত নিয়োজিত দেখি আনন্দিত হৈছিল। আত্মীয়সকলৰ বিৰোধী কথা-বতৰা শুনি তেওঁ মাজে মাজে মোক দাবি-হুকি দিলেও সেয়া লোকক দেখুৱাইহে। দেউতাই মোক কোনো দিনেই দুখ দিয়া নাছিল। বৰং

ঘৰত মোৰ সুযোগ-সুবিধা আগতকৈও বেছিহে কৰি দিলে। কেৰঙ্গ ককাইদেৱেহে কেলেই জানো, মোৰ ওপৰত খুবেই বিৰক্ত হৈ আছিল। আৰু বেছি খং কৰিছিল মোৰ টুপী পিন্ধাৰ ধৰণ দেখি। ইয়াত এক ধৰণৰ পাগুৰি পোৱা যায়—নাম কুম্ভকোণম্ পাগুৰি। নাই তাৰ মান-মৰ্যাদা, নাই জাক-জমকতা—নাই পৌৰুষ। শোভা পায় কেৱল কেৰেণী বাবুসকলৰ মূৰত। মোৰ অভ্যাস পঞ্জাবৰ চৰ্দাৰজীসকলৰ দৰে পাগুৰি মৰা। ককাইদেৱে দেখি কয়—হুঁ! যেন ৰাজকোঁৱৰ! নবাব চিৰাজ-উদ্দৌলা! ইয়াৰ মূৰত মথুৰা পাগ নহলে হ'বনে? এনে ধৰণৰ হোৱাই নোহোৱাই অনবৰত কটূক্তি, এনে অৱস্থাতে হঠাৎ এদিন হৃদৰোগত দেউতাৰ মৃত্যু হ'ল। মই কলোঁ যে, পাৰলৌকিক কাম-সকাম ব্ৰাহ্মসমাজ মতে হ'ব। ককাইদেৱে ক'লে - নহয়, সনাতন আচাৰ অনুসাৰে হে হ'ব। বহু বাদ-বিসম্বাদৰ পিছত ককাইদেৱে তেওঁৰ ইচ্ছামতে শ্ৰাদ্ধ ক্ৰিয়া কৰিলে আৰু মই মোৰ আদৰ্শ মানি ব্ৰাহ্মসমাজৰ এজন আচাৰ্যক মাতি শ্ৰাদ্ধ ক্ৰিয়া সমাপন কৰিলোঁ। এইবোৰ কথা শুনি ৰায়বাহাদুৰ মোমাইদেউ মোৰ ওপৰত খুব অসন্তুষ্ট হ'ল। মীনাৰ বিয়াত বাধা পৰিল। শেষলৈ তেওঁ ক'লেগৈ যে, মোক অলপ প্ৰায়শ্চিত্ত কৰিলে আৰু একো দোষ নাথাকিব।

বসন্তকাল, পূৰ্ণিমা। মাজৰাতি। সমগ্ৰ জগৎ নিদ্ৰামগ্ন। সাৰে আছোঁ মাথোঁ দুটি প্ৰাণী—মীনা আৰু মই। জুৰ বতাহৰ লগত ভাহি আহিছিল সুমধুৰ সুৰ—দোতলাৰ মীনাৰ ঘৰৰ পৰা বীণাৰ সুৰ। কিন্তু নাক বজাৰ শব্দ নাই, কাৰণ, মোমাইদেউ ইয়াত নাই। ক'ৰবালৈ গৈছে। জোনাক-ভৰা চোতালত মই বিচনাৰ ওপৰত বহি আছোঁ। মোৰ বুকুৰ মাজত দুটা আগ্নেয়গিৰি জ্বলিছে। এটা প্ৰেম, আনটো---পিছত জানিব পাৰিব। হঠাৎ বীণাৰ মাত বৈ গ'ল। অলপ পিছতে মোৰ পিছত কোনোবা ৰ'লহি। ঘূৰি চাওঁ—মীনা। এই প্ৰথম নিৰলে লগ হলোঁ, এতেকে এই খিনিতে এটি দীঘলীয়া প্ৰেমৰ গল্পৰ পেনপেননি হ'ব বুলি পাঠকসকলে ভয় খাব নালাগে। ইতিপূৰ্বেও আমি বহুবাৰ এনেকৈ লগ হৈছোঁ। মীনা মোৰ বিচনাতে বহিল।

'মীনা, আজি তোমাক মোৰ বিশেষ এটি কথা ক'বলগীয়া আছে।'

'জানো, কি কথা কবা।'

'জানা ? কি কম ?'

'তুমি ব্ৰহ্মচৰ্য ব্ৰত গ্ৰহণ কৰিবা বুলি সঙ্কল্প কৰিছা। —সেয়ে নহয় জানো ?'

মই একেলগে ভালে কেইটা প্ৰশ্ন কৰি পেলালোঁ—'কিয়, কিহৰ বাবে ? কেনেকৈ ? কোনে ক'লে তোমাক ?'

'কোনে নো ক'ব ? বন্দেমাতৰম !'

মীনাৰ তীক্ষ্ণ বুদ্ধিৰ কথা জানো বাবেই মই তেওঁৰ উত্তৰত অকণো বিস্মিত নহলোঁ।

মই কলোঁ—'ঠিকেই কৈছা মীনা। মাতৃভূমিক এতিয়া ৰক্ষা কৰিব কোনে ? ব্ৰহ্মচাৰীৰ দলে। কি উন্নত দেশ আছিল এইখন আৰু এতিয়া কিমান তললৈ নামিল ! য'ত হিমালয় আছিল, আজি তাত পৰি আছে কাঁইটীয়া হাবি-বন আৰু বিষাক্ত প্ৰাণীৰে ভৰা শূন্য অৰণ্য। যি প্ৰাসাদত আছিল অৰ্জুন, তাত ভৰি আছে বাতুলী। এই দেশক ৰক্ষা কৰিব পাৰিব একমাত্ৰ ব্ৰহ্মচাৰীৰ দলেহে। আমাৰ দৰে মধ্যবিত্ত পৰিয়ালত জন্ম হোৱা সকলে বিয়া-বাৰু কৰিলে এই আকাল অনাটনৰ দেশত পেটৰ ভাতমুঠিৰ কথা চিন্তা কৰোঁতেই দিন যাব। মই তো আৰু ৰোবলিৰ ৰজা বা ৰজা চাৰ ৰামস্বামী মুদালিয়াৰৰ পুতেক নহওঁ ! ঘৰ-চিৰিকাৰ মূৰত ভৰি থোৱা আৰু এটি ভাৰতীয় যুৱকৰ মূৰত সমগ্ৰ পৰিয়ালৰ ভাৰ দিয়া একে কথা। বিবাহিত পুৰুষেও পাৰিবাৰিক কৰ্তব্য পালন কৰোঁতেই আধা-সাৰি হয়। দেশৰ কাম কৰা দূৰৈৰ কথা, ভাবিবও নোৱাৰে। সেয়ে ব্ৰহ্মচাৰী হোৱাৰ—আত্মজ্ঞানী হোৱাৰ প্ৰয়োজন। নিঃস্বাৰ্থ আৰু সাহসী, পাৰ্থিৱ সুখ নিবিচৰা লোকৰ দৰকাৰ। এই স্বদেশী আন্দোলন তো আৰু কেৱল এক লৌকিক কাম নহয়। ই এটি ধৰ্ম। এই ধৰ্মত ব্ৰতী হোৱা সকলক লাগে কিছুমান দুৰ্লভ গুণ—তেজ, বীৰ্য, কৰ্মক্ষমতা……। মই ভাবিছোঁ মীনা, এই ব্ৰহ্মচৰ্য ব্ৰত গ্ৰহণ কৰাৰ কথা। কিন্তু—'

'কিন্তু মই এক আপদ হৈ তোমাৰ সেই বাটত বিধি-পথালি দিছোঁ—নহয় জানো ?'

'চোৱাঁ—তুমি আকৌ কি কোৱাঁ ? মই কি কৈছোঁ শুনা। মোৰ মনত এই নতুন সংকল্প জগাৰ আগতেই মোৰ প্ৰাণ মই তোমাক সমৰ্পণ কৰি

দিছোঁ। এতিয়া সেই প্ৰাণৰ সম্মুখত আৰু এটি কৰ্তব্যৰ আহ্বান আহি পৰিছে বাবে তোমাৰ আদেশলৈ বৈ আছোঁ।

মীনাই কিবা এটা ক'বলৈ লৈছিল, এনেতে পহুলিত গাড়ী এখন ৰোৱাৰ শব্দ হ'ল।

'দেউতা আহিছে। মই যাওঁ।' এইবুলি চুমা এটি যাচি মীনা দোতলালৈ গ'লগৈ।

নাক-নায়ুডু দেৱে দুৱাৰ ভাঙো যেন কৰি খুন্দিয়াই ভিতৰত নাক বজাই শুই থকা সকলোকে জগাই ওপৰৰ শোৱা কোঠাৰ ভিতৰলৈ গৈ খন্তেক মানৰ ভিতৰতে তেওঁৰ নিত্যকৃত্য নাক বজাবলৈ আৰম্ভ কৰিলে। দুটি প্ৰাণী সেইদিনা ওৰে ৰাতি সাৰে থাকিল।

## দুই

কেইমাহমানৰ পিছৰ কথা। ইতিমধ্যে আমাৰ জীৱনলৈ বহুতো পৰিবৰ্তন আহিল। মই এতিয়া 'বন্দেমাতৰম' পথৰ পথিক। মোৰ হাতত কন্যাসম্প্ৰদানৰ চিন্তা ৰায় বাহাদুৰে তেওঁৰ মনৰপৰা মচি পেলালে। কেইমাহমান হ'ল, তেওঁ তেওঁৰ স্থায়ী বাসস্থান তাঞ্জোৰৰ পৰা মাদ্ৰাজৰ আমাৰ ঘৰলৈ আহ-যাহ একেবাৰে বন্ধ কৰি দিছে। ইতিমধ্যে মীনাৰ বাবে দৰা বিচাৰিছে বুলি খবৰ পাইছোঁ। কিন্তু মীনাৰ কোনো চিঠি-পত্ৰ নাই। তেওঁ হয়তো পাহৰিয়ে গ'ল। বহুতে কয় নাৰী ছলনাময়ী। —কথাষাৰ সঁচা নেকি? কলেজত 'জীবক চিন্তামণি' কাব্যখন পঢ়োঁতে—'নাৰীৰ কথা কৈছোঁ, শুনা, নাপায় কেতিয়াও তৃপ্তি—তাইৰ যে হাজাৰ মন।' তেতিয়া ভাবিছিলোঁ—বেচেৰা লেখক! মীনাৰ দৰে ছোৱালীৰ ভালপোৱা লাভ কৰাৰ সৌভাগ্য কোনোদিনে তাৰ হোৱা নাই! এতিয়া দেখিছোঁ সেই কবিৰ কথাহে সঁচা হ'ল। যৌৱনসুলভ অজ্ঞতাত ইমান ডাঙৰ কবিৰ উক্তিক ভুল বুলি ভাবিছিলোঁ।

'হায় মূৰ্খ! তোমাৰ ইয়াত ইমান কষ্ট কিয়? —তুমিয়েই জানো নিতৌ সংকল্প কৰা নাছিলা—ব্ৰহ্মচৰ্য ব্ৰততে জীৱনটো কটাই দিবা বুলি।

মীনাই যদি কাৰোবাক বিয়া কৰায়েই, তোমাৰ নো কি ? তুমিও আৰু কোনো ছোৱালীৰে প্ৰেমত নপৰিবা। এই এজনী ছোৱালীয়েই তোমাৰ ব্ৰতৰ হেঙাৰ হৈছিল। এওঁ এতিয়া আন কাৰোবাৰ ঘৰলৈ গুচি গলে তোমাৰ ব্ৰত নিৰ্বিঘ্নে সমাপন হ'ব। ভগৱানে নিজেই তোমাক ভাল বাট দেখুৱাইছে—ইয়াত দুখ পোৱাৰ কি আছে ?' এই ভাবি নিজে নিজক পতিয়ন নিয়াওঁ।

··· আকৌ আন এক চিন্তা। মীনাই জানো মোক পাহৰিব ? অসম্ভৱ ! দেউতাকৰ কথাতে তেওঁ আন এজনক বিয়া কৰাবনে ? অসম্ভৱ ! মোৰ ধৰ্মৰ ব্ৰতত বাধা হ'ব বুলিহে তেওঁ মোক চিঠি দিয়া নাই। নহয় জানো মীনা ? মই জানো তোমাক চিনি নাপাওঁ ? যিয়েই নহওক, তুমি জানো মোক পাহৰি যাবা ? তোমাৰ চকু যুৰিয়ে মোক প্ৰমাণ দিছে এটি কথা—'তোমাক পাহৰিব নোৱাৰোঁ।' সেই চকু, সেই চকু ! এতিয়াও মোৰ ফালে চাই আছে। সেই চকুৱে জানো মিছা কথা ক'ব !

··· তাৰ পিছত আৰু এক চিন্তা : তোমাৰ সন্ন্যাস জানো ভাল সন্ন্যাস ? তোমাৰ ভক্তি জানো সদভক্তি। আৰ্যদেশ উদ্ধাৰৰ বাবে এই ধৰণৰ ল'ৰাই তো লাগে। ভীষ্ম এই দেশতে জন্ম লোৱা নাছিল নে ? এতিয়া পোহৰ বিলাইছে তোমাৰ দৰে লোকে ? ছিঃ ছিঃ ! সাৰমেয়বৃত্তি তোমাৰ ! সেয়ে অমৃতৰ কলহ ত্যাগ কৰি হাড়-মাংস বিচাৰি ফুৰিছা ? দেশোদ্ধাৰ ডাঙৰ নে তোমাৰ ইন্দ্ৰিয়-তৃপ্তি ? ধৰ্মসেৱা ডাঙৰ নে স্ত্ৰী-সেৱা ? কোনটো লবা ? ক মন—ক।'

··· চিন্তাৰ যেন পাৰ নাই ! যি কোনো উপায়ে মীনাৰ পৰা এটি প্ৰতিশ্ৰুতি পোৱা হলে বুকুত বল বাঢ়িলহেঁতেন। —'তুমি ধৰ্ম পালন কৰা, মোৰ বাবে ধৰ্ম ত্যাগ নকৰিবা। মই আমৃত্যু তোমাক স্বামীৰূপে মানি জীৱন কটাই দিম ! স্বৰ্গত আমাৰ মিলন হ'ব।' এই দৰে মীনাই এটি প্ৰতিশ্ৰুতি দিয়া হলে জীৱনটো খুব সহজ হয়।

তাৰ পিছত—'আন কাৰোবাৰ লগত মীনাৰ বিয়া হোৱাৰ বাতৰি আহিলে ইহলোকৰ সকলো সম্পৰ্ক ত্যাগ কৰি কেৱল ধৰ্মসেৱা লৈয়েই থাকিম।'

আকৌ—তেনে দুঃসংবাদ আহেই যদি কি লৈ আৰু মই জীয়াই থাকিম ! মীনাৰ ভালপোৱা হেৰুৱাই জানো জীয়াই থকাটো সম্ভৱ ?'

সদৌশেষত—'মীনাৰ ভালপোৱা ! নাৰীৰ জানো ভালপোৱা বুলি কিবা বস্তু আছে? ছলনা আৰু লোভ এই দুটি বস্তুৰেই ব্ৰহ্মাই স্ত্ৰীলোক সৃষ্টি কৰিছে।

এই দৰে হেজাৰ চিন্তাৰ অথাই সাগৰত বুৰি বুৰি মোৰ জ্ঞান-বুদ্ধি প্ৰায় আচ্ছন্ন হৈ গৈছে। আত্মপ্ৰত্যয়হীন হৃদয় হ'ল উন্মত্ত জনতাৰ দৰে। মানুহৰ জীৱনত কিয় ইমান বিভ্ৰান্তি? গীতত কৈছে—সখি ঐ, স্মৃতি-বিস্মৃতিৰে ভৰা ছলনাময় মায়াবী মনৰ হে সৃষ্টি। ( মৰপ্ল্‌ম মিনৈ প্ল্‌মায় মিত্ৰ বঞ্চ মায়া মনতাল বলৰস্তু তোষি )

এনেতে হঠাৎ এদিন মীনাৰ চিঠি পালোঁ।

ওঁ

তাঞ্জোৰ

সোণ,

এই চিঠি লিখিবলৈ মোৰ বুকুখন ধৰফৰ কৰিছে। নাজানো এই চিঠি কেনেকৈ লিখি গৈছোঁ। হায় ! এয়ে মোৰ শেষ চিঠি। এই জীৱনত আৰু তোমাৰ মুখ দেখিবলৈ নাপাম। অহা মাঘ মাহত দেউতাই মোক বলি দিবলৈ ঠিক কৰিছে—ইয়ালৈ নতুনকৈ অহা পুলিচ ইন্সপেক্টৰ এজনৰ লগত। আৱশ্যকীয় সকলো খিনি প্ৰস্তুত। তোমাৰ নাম শুনিলেই অকথ্য গালি-শপনি দিয়ে। পলাই যাওঁ বুলি দিনে-ৰাতিয়ে পহৰা দিয়ে। হয়তো কিবা খবৰ পাই তুমি লৰৱি আহিবা, দেউতা আৰু ইন্সপেক্টৰটোৱে লগ লাগি নানা ষড়যন্ত্ৰ কৰিছে। মানুহটোৱে এই বিয়াত মান্তি হৈছে দেউতাৰ টকালৈ চকু ৰাখি। মই হলে তাক কৈ পঠাইছোঁ যে তাক মই সম্পূৰ্ণ ঘিণ কৰোঁ আৰু ইয়াৰ পিছতো যদি সি জোৰ কৰি মোক বিয়া কৰে, তেনে তাৰ জীৱনত কণামাত্ৰ সুখ নহ'ব। সি কি উত্তৰ দিলে জানা? 'ছোৱালীজনীৰ প্ৰতি মোৰ কোনো আগ্ৰহ নাই। সেইবোৰ পিছত ঠিক কৰি লম। শহুৰৰ টকাখিনি মোৰ হাতত পৰিলেই তেওঁৰ ছোৱালীয়ে পলাই গৈ জেললৈ যোৱা ল'ৰাটোৰ লগত দুই চাৰিদিন ঘূৰি-পকি নষ্ট হৈ নৈত পৰি মৰক।'

বহুদিন হ'ল, ৰাতি টোপনিৰ কথা পাহৰিলোঁ, যোৱা ৰাতি বিচনাত শুই শুই ইকাতি-সিকাতি কৰি ছটফটাই আছিলোঁ। কিবা যেন সপোনহে দেখিলোঁ। টোপনি নহাকৈ কি সপোন দেখিম। আচলতে সপোন নহয়, স্মৃতি নহয়, কিবা এক অলৌকিক দৃশ্যহে। অতি ভয়ঙ্কৰ ৰূপ! তেজৰঙা চকু, ক'লা মেঘৰ দৰে শৰীৰ, হাতত ত্ৰিশূল, গলত নৰমুণ্ডৰ মালা লৈ কালী গোসাঁনীয়ে আহি দেখা দিলে। ভয়তে কঁপি কঁপি মই প্ৰণাম কৰিলোঁ: আই গোসাঁনী! দয়া কৰি মোক ৰক্ষা কৰক! তৎক্ষণাৎ সেই ভয়ঙ্কৰ মূৰ্ত্তি অনিন্দ্য সুন্দৰ ৰূপত পৰিণত হ'ল। সেই অলৌকিক সৌন্দৰ্যৰ বৰ্ণনা অসম্ভৱ। তেওঁৰ পৱিত্ৰ কেশৰাশিৰে চাৰিওদিশে ঢাকি ৰখা শিৰত কোটি সূৰ্যৰ জ্যোতিৰে চকুত চাঁট মৰা উজ্জ্বল পোহৰ। বিশাল নয়নত কৰুণাৰ দৃষ্টি। দেৱীয়ে অভয় দি মোক ক'লে: বাছা, তোমাৰ স্বামী গোবিন্দৰাজক মোৰ সেৱাৰ বাবে লৈ আহিম। তুমি এই জীৱনত তাক লাভ কৰিব নোৱাৰিবা। অথচ তুমি আনৰও পত্নী নহ'বা। ইয়াৰ পিছত আৰু এই পৃথিৱীত জীয়াই থাকিবৰ দৰকাৰ নাই। তোমালোকৰ ঘৰৰ পিছফালে উত্তৰ-পশ্চিম চুকত তুলসীগছৰ দৰে এক প্ৰকাৰৰ সেউজীয়া পাতৰ গছ গজিছে। কাইলৈ পুৱা গা-পা ধুই পূজা শেষ কৰাৰ লগতে সেই গছৰ ছুখিলা পাত খাই পেলাবা। সাৱধান! ভুল যাতে নহয়। এই আদেশ দি দেৱী পৰাশক্তি অদৃশ্য হ'ল।

পুৱা শুই উঠি সেই সেউজীয়া পাতৰ গছ বিচাৰি গলোঁ। আকাশৰ পৰা এজনী কাউৰী উৰি আহি পৰিল। কাউৰী জনীয়ে সেউজীয়া পাত খুটিয়াই খায়েই মাটিত পৰি যোৱা দেখিলোঁ। দেৱীৰ অভিপ্ৰায় বুজি পালোঁ। আজি পুৱা দহবজাত সেই সেউজীয়া পাত খাই মই পৰলোক পামগৈ। তোমাৰ সৈতে মিলনৰ অপেক্ষাত মই তাতো কুমাৰী হৈয়েই থাকিম। তুমি তোমাৰ ব্ৰত পূৰ্ণ কৰা। আই গোসাঁনী মহাকালী সন্তুষ্ট হলে তেওঁ তোমাক মোৰ কাষলৈ আনি মিলাই দিব। বিদায়! মোক নাপাহৰিবা। বন্দে মাতৰম!

* * *

চিঠি পঢ়িয়েই মই মূৰ্চ্ছিত হলোঁ।

## তিনি

মীনাৰ সেই 'শেষ চিঠি' পোৱাৰ পিছত দুবছৰ পাৰ হৈ গৈছে। ইতিমধ্যে মোৰ জীৱনৰ আটাইবোৰ কথাৰ বিবৰণ দিবলৈ গলে এখন মহাভাৰত হ'ব। চমুকৈ ইমানকে কওঁ যে, সেই মৰ্মান্তিক আঘাত সহিব নোৱাৰি মই ঘৰ এৰি ওলাই গলোঁ। গেৰুৱা বস্ত্ৰ পিন্ধি সন্ন্যাসীৰ বেশেৰে উত্তৰ ভাৰত ঘূৰিলোঁ। 'বন্দে মাতৰম' ধৰ্মৰ কথা তেতিয়াও পাহৰা নাই। কিন্তু চৰকাৰে মোক ধৰি নি জেলত থোৱাৰ ধৰণৰ কাম-কাজৰ মাজতো নিজকে জড়িত কৰিবলৈ নিবিচাৰিলোঁ। মোৰ বিশ্বাস হ'ল, জনসাধাৰণৰ মাজত ঐক্য আৰু শক্তি সৃষ্টি হলেই স্বাধীনতা আহিব। অ'ত-ত'ত অলপীয়াকৈ প্ৰচাৰ আৰম্ভ কৰিলেই পুলিচে পিছ লয়। কিন্তু মোৰ স্বদেশী বক্তৃতা সেইবাবে বন্ধ কৰা নাই। কিছুদিন বক্তৃতা দি বুজিব পাৰিলোঁ লোকে মোৰ কথাত মুগ্ধ হয় আৰু আন বক্তাতকৈ মোকেহে বেছি আদৰ কৰে— এইবোৰ ভাবি মনলৈ অলপ অহঙ্কাৰে আহিল। তেতিয়াই মনত পৰিল ভগৱদ্গীতাৰ সেই কথা—'প্ৰকৃতিৰ গুণসমূহৰ পৰা কৰ্মসমূহে জন্মলাভ কৰে। অহঙ্কাৰত যি মুগ্ধচিত্ত সি ভাবে ময়েই কৰ্তা।' কথাষাৰ উপলব্ধি কৰিবৰ চেষ্টা কৰোঁ। আকৌ ভয়ও লাগে। এই বৃথা গৰ্ব দিনে দিনে বাঢ়ি গৈ মোক গ্ৰাস কৰি নিষ্কৰ্মা কৰি পেলাব নেকি? মই বুজিছোঁ—কালী আইয়ে মোক স্ৰজিছে সাধাৰণৰ সেৱাৰ বাবে—লোকৰ অজ্ঞাতে, কাৰো শ্ৰদ্ধা-সম্মানৰ প্ৰত্যাশা নকৰাকৈ। মই যেন পৰাশক্তিৰ উদ্দেশ্যৰপৰা বিচ্যুত নহওঁ। গতিকে বক্তৃতা সভালৈ যোৱা বন্ধ কৰি দিছোঁ। পৰিব্ৰাজক বেশে নানান ঠাইত ঘূৰি-পকি অৱশেষত লাহোৰ পালোঁগৈ।

তাত লালা লাজপত ৰায়ৰ লগত দেখা কৰিলোঁ। তেওঁ মোক ক'লে—'অযোধ্যাৰ বিভিন্ন অঞ্চলত ভয়ঙ্কৰ আকাল হৈছে। দুৰ্ভিক্ষ পীড়িত নৰ-নাৰীক অন্ন-বস্ত্ৰ যোগাবলৈ আমি অৰ্থ সংগ্ৰহ কৰিছোঁ। পঞ্জাবৰ পৰা বহু যুৱকে প্ৰয়োজনীয় বস্তু-বাহানি লৈ দুৰ্ভিক্ষ পীড়িত অঞ্চললৈ গৈ কঠোৰ পৰিশ্ৰম কৰিছে। আপুনিও এই সেৱা কাৰ্যত যোগ দিব নেকি?'

আহ! শ্ৰীৰামচন্দ্ৰৰ দেশত! মহামুনি বাল্মীকিৰ বহু প্ৰশংসিত অযোধ্যাত। তাত হেজাৰ হেজাৰ লোকে হা ভাত! হা ভাত!' বুলি কষ্ট পাইছে। তেওঁলোকৰ সেৱালৈ প্ৰস্তুত আছোঁনে এই কথাও কি

সুধিবলগীয়া কথা ? এওঁলোক যে সকলোৰেই মোৰ বাবে দেৱতাস্বৰূপ, তেওঁলোকৰ বাবে কাম কৰিব নোৱাৰিলে এই নশ্বৰ দেহানো লাগিছে কেলেই ? লালা লাজপতৰ অনুমতি লৈ কিছুদিন সেই কৰ্তব্যতে নিয়োজিত হলোঁ। অযোধ্যালৈ গৈ যি দেখিলোঁ, সেয়া বৰ্ণনাতীত। দেৱলোকৰ কথা শুনিছে তো ? সেই দেৱলোক নৰকলৈ পৰিণত হলে যি অৱস্থা হ'ব– সেয়ে হ'ল শ্ৰীৰামচন্দ্ৰ শাসিত ভূমি অযোধ্যাত। বেছি কৈ লাভ নাই। পুণ্যভূমিৰ দুৰ্গতিৰ কথা ক'লে পাপ হে হ'ব। সেই পাপ সঞ্চয় হ'ব। ওলাই আহক, এইদৰে আৰু কিমান দিন শুই থাকিব ? দুৰাচাৰ পাপী জীৱ আমি !

অযোধ্যাৰ বিভিন্ন অঞ্চলত কাম কৰাৰ কেইমাহত বহুদিন ধৰি মোৰ মনত খুন্দিয়াই থকা এটা দৃঢ়মূল চিন্তা প্ৰৱল হৈ উঠিল। হীনজাতি বুলি সমাজত পৰিচিতসকলৰ দোষ-গুণ, সুখ-দুখৰ প্ৰতি উচ্চজাতিৰ কিমান উদাসীনতা, কিমান অৱহেলা ! দক্ষিণ ভাৰতত কিছুলোকক গণ্য কৰা হয় পঞ্চমবৰ্ণ বা অন্তিম জাতি বুলি। উত্তৰ ভাৰততো দেখিলোঁ সেয়ে। এওঁলোকৰ সৰহভাগেই খেতি-বাতি কৰে। শাস্ত্ৰমতে এওঁলোক বৈশ্য। কিন্তু এওঁলোকৰ ভিতৰত দেখিছোঁ, বহুতেই গো-মাংস খায়। আৰু আন আন অনাচাৰত ব্যাপৃত। হিন্দুজাতিৰ সভ্যতা কৃষি-নিৰ্ভৰ সভ্যতা। কৃষিকাৰ্যত গৰুৰ ঠাই সৰ্বপ্ৰধান। গতিকে হিন্দুসকলে বহুদিনৰ আগৰ পৰাই গো-মাংস বৰ্জন কৰি আহিছে। ক্ষুদ্ৰ অংশ এটাই বৰ্জন কৰা নাই বুলিয়েই সমগ্ৰ জাতেই সেই অংশটোক নীচ বুলি ভাবে। কিন্তু যেতিয়া দুৰ্ভিক্ষ, মহামাৰী আদিৰ দৰে সাংঘাতিক শত্ৰু আহি থিয় হয়, সেই সময়ত উচ্চ-নীচ ভেদ ভাব ৰাখি সাহায্য বিতৰণ কৰাটো মূঢ়তা। নীচক আমি অতিমাত্ৰাই নীচ কৰি থৈছোঁ আৰু তাৰ ফল আমিয়েই ভুগিছোঁ। কৰ্মফলৰ হাত এৰাব পাৰি জানো ?

'কৰ্মবন্ধ এৰাইতে নপাৰি।' হৰিজন সকলক আমি যেনেদৰে ব্যৱহাৰ কৰিছোঁ, বিদেশীয়ে আমাক সেইদৰেই কৰিছে। আমাৰ শীৰ্ষস্থানীয় গুৰু শঙ্কৰাচাৰ্যৰ দৰে মহান লোকেও নাটাল-ট্ৰান্সভাল আদি ঠাইলৈ গলে তেওঁলোকে নগৰৰ বাহিৰৰ বস্তিত হে থাকিব লাগিব। সাধাৰণ মানুহ যোৱাৰ বাট তেওঁলোকৰ বাবে নিষিদ্ধ। গাড়ী-ঘোঁৰা উঠাৰ তো কথাই নাই। অৰ্থাৎ ভাৰতীয়ৰ হৰিজন সকলৰ দৰেই অৱস্থা। আমি আমাৰ ভিতৰৰে এ

শ্ৰেণীৰ মানুহক হেয় বুলি ভাবি আহিছোঁ। সেইদৰেই বিশ্ববাসীয়েও ভাৰতীয় সকলক আনবোৰ দেশবাসীৰ তুলনাত পতিত কৰি থৈছে। এফালে বৈদিক, আনফালে মুছলমান আমাৰ এই দুই অংশ সমন্বিত হিন্দু জাতিক সমগ্ৰ পৃথিৱীয়ে অস্পৃশ্য বুলি জ্ঞান কৰে। মানিব লাগিব, পৃথিৱীৰ সকলো জাতিৰ ভিতৰতে জাতিভেদ আছে। কিন্তু আমাৰ মাজত থকা সেই ব্যৱধান দুৰ্লঙ্ঘ্য। সেয়ে বিদেশীসকলেও আমাৰ লগত দুৰ্ব্যৱহাৰ কৰে।

বাৰ শ বছৰৰ আগতে বহিৰাগত মুছলমান সকল উত্তৰ ভাৰতৰ পঞ্জাব আদি অঞ্চলত সোমায়। তেতিয়া হৰিজনসকল বৰ্ণহিন্দুৰ হাতত নিৰ্যাতিত হৈছিল, তেওঁলোকে শত্ৰুপক্ষক সাদৰ-সম্ভাষণ জনাই আগ বঢ়াই আনে বুলি ইতিহাসত আছে। তেতিয়া আমাৰ জাতিক যি ঘুণে ধৰিছিল সেয়া আজিও আঁতৰা নাই। অযোধ্যাৰ দুৰ্ভিক্ষত বেছিভাগ মৰিছে হৰিজন শ্ৰেণীৰ লোক। এই ক্ষেত্ৰত উচ্চবৰ্ণৰ ভদ্ৰসমাজে উপযুক্ত ভাবে মন-কাণ দিয়াৰ প্ৰয়োজন বোধ কৰা নাই। অথচ সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা অহা ইংৰাজ পাদ্ৰী সকলে দুৰ্ভিক্ষ পীড়িত মানুহৰ সেৱা কৰি শ-শ নৰ-নাৰীক, নিৰাশ্ৰিত শিশুক খ্ৰীষ্টধৰ্মত দীক্ষিত কৰিছে। বছৰি হিন্দুৰ সংখ্যা ভয়াবহ ভাবে হ্ৰাস পাই আহিছে। মঠ-মন্দিৰৰ সাধু-সন্ত-মহন্ত-গুৰুসকলে তেওঁলোকৰ নিজৰ পেট বঢ়াই জ্ঞান বঢ়াইছোঁ বুলি আত্মসন্তুষ্টি লাভ কৰিছে। ভাৰতবাসী! আমাৰ তেজ-মঙহ অস্থি—ভাৰতবাসী! ভাৰতৰ মানুহ পেটৰ ভোকত খাবলৈ নাপাই মৰিব ধৰিছে। কিন্তু কিয়? এই কথাষাৰ সোধোঁতা কোনো নাই।

হৰিজন সকলক পৰাচিত কৰি গো-মাংস ভোজনৰ পৰা নিবৃত্ত কৰি আমাৰ সমাজৰ লগত একে কৰি লব লাগিব। তেওঁলোকক শিক্ষা দিম, তেওঁলোকক ভাল পাম। সেয়ে নহলে তেওঁলোক সকলোৱে আমাক শত্ৰু বুলি ভাবিব। মোৰ মনত এই ইচ্ছাই ক্ৰমে প্ৰৱল হ'বলৈ ধৰিলে—এই বিষয়ে মোৰ সামান্য শক্তিৰে যথাসাধ্য কৰিম। বঙ্গদেশৰ দেশভক্ত অশ্বিনীকুমাৰ দত্তদেৱে তেওঁক তেওঁৰ অঞ্চলত, 'নমঃশূদ্ৰ' বুলি জনাজাত নিম্ন শ্ৰেণীক সমাজৰ অন্তৰ্ভুক্ত কৰি লবলৈ চেষ্টা কৰিছে। তেওঁক চাবলৈ বৰ মন গৈছে।

চাৰি

কলিকতালৈ আহি কেইদিনমান থাকি বৰিশাল পালোঁগৈ। তাত বাটৰুৱাক সুধি সুধি অশ্বিনীকুমাৰ দত্তৰ ঘৰ ওলালোঁগৈ। ঘৰৰ আগত এজন বঙালীবাবু থিয় হৈ আছিল। তেওঁক সুধিলোঁ—অশ্বিনীবাবু ঘৰত আছেনে ? মানুহজনে উত্তৰ দিলে—নাই, কালিয়েই তেওঁ কাশীলৈ গ'ল। 'হায় !' কথাষাৰ মোৰ মুখৰ পৰা ওলাই পৰিল আৰু মই বিমোৰ হৈ তাতেই থৰ হৈ পৰিলোঁ। গেৰুৱাধাৰী দেখি বঙালীবাবুজনে মোক ভিতৰলৈ আদৰি নি মই ক'ৰ পৰা আহিছোঁ, কোন আদি প্ৰশ্ন কৰি মোৰ বিতং বাতৰি ললে। মই মোৰ জীৱনৰ আদৰ্শৰ কথা কলোঁ—চাওক ডাঙৰীয়া, আমি যদি আমাৰ ছভাগৰ এভাগ মানুহক অস্পৃশ্য কৰি আঁতৰাই ৰাখোঁ, ভগৱানে আমাৰ মঙ্গল কৰিবনে ? মোৰ কথাত বঙালী বাবুজনৰ চকুৱে-মুখে এক গভীৰ পৰিবৰ্তনে দেখা দিলে। তেওঁৰ মন যেন দুখত কাতৰ হৈ পৰিছে। তেওঁৰ অনুকম্পাবোধ সুঁৱৰি কলোঁ, ডাঙৰীয়া, আজি যদি আপোনাৰ দৰে এশ সহৃদয় লোক থাকিল হেঁতেন, দেশ আৰু জাতি নদন-বদন হৈ উঠিল হেঁতেন।

'স্বামীজী, আপুনি মোৰ বিষয়ে যি ক'লে, তাৰ যদি এধানমানো যোগ্য হলোঁ হেঁতেন ! মা-কালীয়ে মোক এতিয়াও তেনে কৃপা কৰা নাই। সমাজ সেৱাৰ কামত অলপ আগ্ৰহ আছে সঁচা, অশ্বিনীবাবুৰ সহকৰ্মীৰূপে মইও নিম্ন-শ্ৰেণীৰ মঙ্গল কাৰ্যত সামান্য কাম কৰিছোঁ। পিছে, মোৰ মুখৰ ভাবৰ যদি কিছু সলনি মন কৰিছে সেয়া অন্য কাৰণত। কেইদিনমানৰ আগতে ইয়ালৈ এজনা মাদ্ৰাজী মহিলা আহিছিল। আপুনি এই যে অলপ আগতে ক'লে, ছভাগৰ এভাগ মানুহক আমি অস্পৃশ্য কৰি থৈছোঁ, ঠিক সেই কথাই তেওঁৰ মুখতো প্ৰায়েই শুনিছিলোঁ। আপোনাৰ কথা শুনি সেই ভদ্ৰ মহিলালৈ মনত পৰিল। তেওঁৰ কি চৰিত্ৰ, কি গুণ, কি ৰূপ ! ইমান কম বয়সতে মাতৃভূমিৰ প্ৰতি কি অপৰিসীম ভক্তি !' এই কথা কৈয়ে হঠাৎ তেওঁ বৈ গৈ মোৰ মুখলৈ চাই থাকিল। তেওঁৰ নাম সতীশচন্দ্ৰ। মই কলোঁ—"সতীশবাবু, আপুনি মোৰ মুখলৈ সেইদৰে চাই আছে কিয় ?"

'স্বামীজী, ক্ষমা কৰিব। আপুনি সন্ন্যাসী। আপোনাৰ মুখলৈ চাই মই সেই মহিলাৰ মুখৰ গঢ় দেখা পাইছোঁ। আপোনালোক দুজনাৰ মুখ

যে একে সেই কথা মই কোৱা নাই। কিন্তু চেহেৰাৰ বেছ মিল আছে”— সতীশবাবুৱে ক’লে। ‘মাদ্ৰাজী মহিলা’—কথাষাৰ শুনি মোৰ নো বুকুত আকৌ বেথা কিয়? সেই মহিলাৰ নানা ৰূপ-গুণৰ কথা শুনি বেদনা বাঢ়িহে গ’ল। মই সন্ন্যাসী মানুহ—গেৰুৱা পোছাক লোৱাও দিন হ’ল। হে প্ৰভু, তুমি অন্তৰ্যামী। সাজ-পোছাকে জানো মন গলাব পাৰে!

‘মীনা! পাগলী নেকি? মীনা দুবছৰৰ আগতেই অনন্ত পথৰ যাত্ৰী হ’ল। হায় মোৰ বুকুৰ জাউ! কিমান দুখত তুমি আঁতৰি গলা। পলকতে মোৰ মন হেজাৰ চিন্তাত থৌকি-বাথউ হ’ল।

‘সতীশবাবু, ময়ো মাদ্ৰাজ অঞ্চলৰ মানুহ। আপুনি কোৱা যুৱতী গৰাকীৰ কথাত মোৰ আন এখন চিনাকি মুখলৈ মনত পৰিল। মোৰ বন্ধু। আপুনি কোৱা মহিলা গৰাকীনো কোন? তেওঁৰ নাম কি। তেওঁ এতিয়া আছেই বা ক’ত? তেওঁনো কিয় ইয়ালৈ আহিছিল? তেওঁৰ বৰ্তমান অৱস্থা কি? তেওঁৰ কিবা অসুখ নেকি? সকলো কথা মোক বিতংকৈ কওক।’

সতীশবাবুৱে কাহিনীটো ক’বলৈ ল’লে। তেওঁৰ প্ৰতিটি কথাই মোৰ বুকুত একোপাট শেল হানিলে। সতীশবাবুৰ কথাৰ মৰ্ম এই: ছোৱালী-জনীৰ ঘৰ তামিলনাডুৰ তাঞ্জোৰ জিলাত। আচল নাম নাজানো। আমি সকলোৱে তেওঁক ‘দীনমাতা’ বুলি মাতিছিলোঁ। তেওঁৰ আচল নাম কেৱল অশ্বিনীবাবুৱেহে জানিছিল। কিন্তু সেই দেৱীগৰাকীৰ জীৱন কাহিনী অশ্বিনীবাবুৱে মাজে মাজে আমাক কৈছিল। তাকেই আপোনাক কৈছোঁ শুনক। ছোৱালীজনীৰ দেউতাক আছিল এজন পেন্সন প্ৰাপ্ত পুলিচ বিষয়া। তেওঁৰ প্ৰথম সিদ্ধান্ত আছিল মাদ্ৰাজ চহৰত থকা ভনীয়েকৰ ল’ৰাৰ লগত ছোৱালীৰ বিয়া দিব। কিন্তু ডেকাজন ‘বন্দেমাতৰম’ দলত ভৰ্তি হ’ল। তেতিয়াৰ পৰা দেউতাকৰ চেষ্টা হ’ল এজন পুলিচ বিষয়াৰ লগত ছোৱালী বিয়া দিয়া। যোগাৰও হ’ল। শেষ মুহূৰ্তত ছোৱালীজনীয়ে সপোনত দেৱীৰ আদেশ পাই কোনো সেউজীয়া পাত খাই মাৰাত্মক জ্বৰত আক্ৰান্ত হয়। বিয়াত বাধা পৰিল আৰু কিছুদিন পাছতে ছোৱালীজনীৰ দেউতাকৰ মৃত্যু হয়। ইতিমধ্যে সেই ছোৱালীজনীৰ প্ৰেমিক ডেকাজনে ছোৱালীজনীৰ মৃত্যু হ’ল বুলি ভাবি মাদ্ৰাজৰ পৰা গুচি যায়।

‘দুখীয়া মন, ভাগি নপৰিবি সহি থাক।’ এই ভাবি নিজকে যথাসাধ্য

চণ্ডালি লবলৈ চেষ্টা কৰিলোঁ। নোৱাৰিলোঁ। হায় মীনা বুলি মই উচুপি উঠিলোঁ। সুধিলোঁ—মীনাৰ এতিয়া কি দুখ হৈছে, কওক, কওক।

সতীশবাবুৱে কৈ গল—'নাই, এতিয়া আৰু কি নো দুখ—এতিয়া ভালেই আছে।'

'নাই, নাই, আপুনি মোৰ আগত সচাঁ কথা ক'বলৈ টান পাইছে। সঁচা কথা ক'লে মই খুব দুখ পাম বুলি আপুনি কথা লুকুৱাইছে। কিন্তু আপুনি জানো বুজিছে যে এই নোকোৱাটোহে বেয়া হৈছে। জানিব নোৱৰাটোহে মৰ্মান্তিক বেদনা। কওক সতীশবাবু, কৈ পেলাওক।'

সতীশবাবুৱে আকৌ নীৰৱ ভাষাৰে মোক সান্ত্বনা দিবলৈ চেষ্টা কৰিলে। মই কলোঁ—'মই এই ভাৰতমাতাৰ নামত শপত খাই কৈছোঁ—ভগৱদগীতাৰ নামত শপত খাইছোঁ—মোক কথাখিনি কৈ পেলাওক—নুলুকুৱাব।'

'অবোধ সন্ন্যাসী—আপুনি কি বোৰ শপত খাইছে! কৈছোঁ—এই কৈ গৈছোঁ, শুনক। দীন মাতাই ইয়াৰ নমঃশূদ্ৰ সকলৰ মাজত কাম কৰিবলৈ গৈ ভীষণ জ্বৰত পৰিল। চহৰৰ চিকিৎসক সকলে ভৰসা দিব নোৱাৰিলে। তাৰ পিছত তেওঁ ক'লে—কাশীত যেন তেওঁৰ মৃত্যু হয়। অশ্বিনীবাবুৱে সেয়ে তেওঁক কাশীলৈ লৈ গৈছে।'

'কাশীলৈ?'

'হয়।'

'কাশীৰ ক'লৈ?'

'দশাশ্বমেধ ঘাটলৈ।'

মোৰ মান-সম্মান সকলো জলাঞ্জলি দি সতীশবাবুৰ পৰা বাট-খৰচ লৈ তৎকালেই মই সেই ঠাইৰ পৰা ওলাই গলোঁ।

## পাঁচ

কাশীৰ হনুমান ঘাটত মোৰ জনা-শুনা বহু লোক আছে। এজন বন্ধুৰ আত্মীয়-স্বজনও কাশীত থাকে। তামিলসকলৰ অধিকাংশই গৈ হনুমান ঘাটত উঠে। একোণৰ পৰা তৃতীয় ঘৰটো—নাম 'শিৱ মঠম'। যাত্ৰীসকল

গৈ উঠা ঘৰবোৰৰ নাম মঠ অৰ্থাৎ ধৰ্মশালা। মই শিৱ মঠত উঠি গা-পা ধুই মঠৰ আহাৰেৰে ভোক গুচাই মঠৰে এটি তামিল ল'ৰাক লৈ ওলাই গলোঁ। দশাশ্বমেধ ঘাটৰ ওচৰত কোনটো ঘৰত অশ্বিনীবাবু আছে তাৰেই সন্ধানত। অশ্বিনীবাবুৰ ঘৰ বিচাৰি উলিয়াই সন্ধিয়া সাতটা বজাত তেওঁৰ ঘৰত সোমালোঁগৈ। পদুলিত এখন ঘোঁৰাৰ গাড়ী বৈ আছিল। গাড়ীখন যাবলৈ লৈছিল। গাড়ীত বহি আছিল ইংৰাজী সাজ পৰিহিত এজন ডাক্তৰ। গাড়ীৰ কাষতে এজন বুঢ়া আৰু কেইজনমান লগৰীয়া; অশ্বিনী কুমাৰ দত্তৰ ছবি মই বহু ঠাইত দেখিছোঁ বাবে সেই বুঢ়াজনাই যে অশ্বিনী-বাবু বুজিলোঁ। মই তাত উপস্থিত হোৱাৰ লগে লগে অশ্বিনীবাবুৱে কাষৰ মানুহজনক ক'লে—কোনোবা এজন সন্ন্যাসী আহিছে—তেওঁক বাৰান্দাতে বহিবলৈ কোৱাঁ। মই এইমাত্ৰ গৈছোঁ।' আমি গৈ বাৰান্দাতে বহিলোঁ। অশ্বিনীবাবু আৰু ডাক্তৰৰ কথা-বতৰা মোৰ কাণত ভালকৈয়ে পৰিছিল। অলপ অনুমান কৰি ললোঁ।

অশ্বিনীবাবু: ডাক্তৰ চাহেব, যোৱা কালিৰ তুলনাত আজি অলপ সুস্থ যেন লাগিছে। আপুনি কি কয়?

ডাক্তৰ: খুবেই দুৰ্বল। আৰু চৌবিছ ঘণ্টালৈকে থকাটো কষ্টকৰ। সেই সময় পাৰ হলে আৰু বিপদ নাই।

কাণৰ ভিতৰত কোনোবাই বিষহে ঢালিলে। মই আৰু আত্মসংবৰণ কৰিব নোৱাৰি চিঞৰি উঠিলোঁ—'মীনা', 'মীনা!' গাড়ী গুচি গ'ল। অশ্বিনীবাবু আৰু তেওঁৰ লগৰীয়া সকলে মোৰ চিঞৰ শুনি লৰৰি আহিল। মই চকীৰ পৰা উঠি থিয় হৈ নমস্কাৰ জনালোঁ। অশ্বিনীবাবুৱে হিন্দুস্থানী ভাষাৰে মোক সুধিলে—'স্বামীজীৰ ঘৰ ক'ত? হঠাৎ ইয়ালৈ অহাৰ উদ্দেশ্য কি? এনেকৈ চিঞৰিলেই বা কেলেই?'

মই কলোঁ—'বাবুজী, মই সন্ন্যাসী নহওঁ। মই চোৰ, মই পাপী, মই বৰ হতভগীয়া! মীনাই আপোনাক গোবিন্দৰাজৰ কথা কৈছে নহয়—ময়েই সেই পাপী।'

লগে লগে তেওঁ মোক দোতলাৰ ঘৰ এটাৰ নিৰলালৈ মাতি নি ক'লে—'কালি গোটেই দিনটো ধৰি মাজে মাজে আপোনাক সুঁৱৰি-

ছিলোঁ। কিয় জানো মনলৈ আহিছিল, আপুনি ইয়ালৈ আহিব, নাহি নোৱাৰে।’

অলপ সময় বৈ ক’লে—‘বাৰু, এতিয়া পূবলৈ মুখ কৰি বহক।’ সেইদৰেই বহিলোঁ। ‘চকু মুদক’। মুদিলোঁ। তাৰপিছত তেওঁ মোৰ কপালত হাত বুলাই বুলাই বিড় বিড়কৈ কি যেন এটা মন্ত্ৰ মাতিলে। মোৰ ভাব হৈছিল, মই যেন এতিয়াই টোপনি যাম। হায়! এতিয়াও তো মই মীনাক দেখা নাই। তেওঁক দেখাৰ আগতেই মোৰ চকুত টোপনিয়ে আবৰি ধৰিছে। এই বঙালীবাবু জনে মোক এনে এক মন্ত্ৰ মাৰিছে, যেন মীনাক মই দেখিবলৈ নাপাওঁ। ‘ওহোঁ, মই এই মায়াৰ বশীভূত নহওঁ। চকু মেলি পোন হৈ থিয় হ’বই লাগিব। —এই দৃঢ় সংকল্প লৈ থিয় হ’বলৈ চেষ্টা কৰোঁতেই ‘উহুঁ’ বোলা এটা নিষেধাজ্ঞা শুনিলোঁ। মই সম্পূৰ্ণ চকু মেলি চাব নোৱাৰিলোঁ। তন্দ্ৰাৰ ভাব ক্ৰমেই বাঢ়ি গৈছিল। কোনোবা এ সময়ত লাহে লাহে টোপনিয়ে মোক কেতিয়া হেঁচা মাৰি ধৰিলে মই ক’বই নোৱাৰিলোঁ।

পিছত গম পালোঁ, দুদিনলৈ মোৰ সেই টোপনি ভঙা নাছিল। চকু মেলি দেখোঁ, মোৰ কাষতে বহি আছে এজন সেৱক। মই সেই সেৱকক সুধিলোঁ– ‘মীনা ক’ত? মীনা ভালে আছে তো?’ সেৱকে উত্তৰ দিলে, ‘মই একোকে নাজানো।’

যদি সন্ন্যাসী নহৈ মই পূৰ্বাশ্ৰমত থাকিলোঁহেঁতেন তেন্তে এই সেৱকক পদাঘাত কৰি, বাধা দিবলৈ অহা সকলক মহতিয়াই মই মীনাৰ কাষলৈ লৰৰি যাবলৈ চেষ্টা কৰিলোঁহেঁতেন। কিন্তু এতিয়া শৰীৰত খুব ক্লান্তি, হৃদয়ত অপাৰ শান্তি। বুজিলোঁ–সকলো সেই বৰিশালৰ বৃদ্ধৰ চক্ৰান্ত। আধাঘণ্টামানৰ পিছত অশ্বিনীবাবু আহি তাত উপস্থিত। অজ্ঞাত সাৰেই হাত যোৰ কৰি মই তেওঁক নমস্কাৰ জনালোঁ। ‘ওম্’ বুলি তেওঁ মোক আশীৰ্বাদ দিলে। ক’লে—‘বাল সন্ন্যাসী! তুমি ভাগ্যৱন্ত পুৰুষ।’ বুজিলোঁ, মীনাৰ বিপদ পাৰ হৈছে। সুধিলোঁ—‘সম্পূৰ্ণ ভাল হৈ উঠিছেনে?’ ‘হয়, সম্পূৰ্ণ সুস্থ হৈছে।’

মই কলোঁ—‘বাবুজী, মই যে মোৰ সন্ন্যাস ব্ৰত পাহৰি আপোনাৰ ইয়ালৈ লৰৰি আহিছোঁ–তাৰ কাৰণ মাত্ৰ এটাই। শুনিছিলোঁ—মীনা আৰু

নাবাঁচে। সেয়ে তেওঁক শেষবাৰৰ বাবে এবাৰ দেখা কৰিবলৈহে আহিছিলোঁ। মই মীনাৰ লগত মিলনৰ উদ্দেশ্যেৰে অহা নাই। তেওঁ সুস্থভাৱে জীয়াই থকাৰ বাতৰিয়েই মোৰ বাবে যথেষ্ট। সেই খবৰ পালোঁ। এতিয়া যাওঁ বাবুজী।'

অশ্বিনীবাবুৱে এক খোলা হাঁহি মাৰি কাষৰ সেৱকজনক ক'লে—'স্বামীজীৰ বাবে অলপ গাখীৰ আনা। সেৱকজনে মুখ-হাত ধোৱাৰ বাবে পানী আৰু এগিলাছ গাখীৰ আনিলে। মুখ-হাত ধুই সেই গাখীৰ খাই মোৰ দেহৰ সকলো ক্লান্তি-অৱসাদ আঁতৰি গ'ল। মনত এক নতুন বল আৰু উদ্যম পালোঁ। যেন মই তামিল দেশৰ পুণ্যক্ষেত্ৰ শ্ৰীকুড্ডালমৰ পৱিত্ৰ জুৰিত হে গা ধুই আহিলোঁ।

অশ্বিনীবাবুৱে হাঁহি সুধিলে, 'কেনে—স্বামীজী এতিয়া কি কৈছা—এতিয়াই যাবানেকি?' মই কলোঁ।—'মীনাৰ লগত দেখা কৰি তেওঁৰপৰা বিদায় লওঁ বুলি ভাবিছোঁ।'

হঠাৎ অশ্বিনীবাবুৰ মুখৰ হাঁহি মাৰ গৈ, দেখা দিলে এক গভীৰ স্নেহৰ দৃষ্টি। তাৰ পিছত তেওঁ পৰম স্নেহেৰে ক'লে—বাছা, তুমি মীনাক বিয়া কৰোৱা। প্ৰাচীন যুগত ঋষি আৰু ঋষিপত্নীয়ে মিলি যাগ-যজ্ঞ কৰিছিল। সেই দৰেই তোমালোকেও সমগ্ৰ জীৱন মা-ৰ সেৱাত জীৱযজ্ঞ কৰি থাকা—এই আশীৰ্বাদ কৰিছোঁ।'

মই সুধিলোঁ—'কালী দেৱীৰ কি আদেশ?' তেওঁক আৰু মনত পেলাই দিলোঁ যে মা কালীয়ে মীনাক বিষপত্ৰ খাবলৈ আদেশ দি কৈছিল—এই জন্মত তুমি গোবিন্দ ৰাজক বিয়া কৰিলে মঙ্গল নাই।'

অশ্বিনী বাবুৱে ক'লে—মীনাই মোক সকলো কথা কৈছে, মহাশক্তিৰ আদেশৰ যথাৰ্থ তাৎপৰ্য নুবুজিহে মীনাই তোমাক চিঠি দিছিল, মীনাৰ জন্মান্তৰ সাধনৰ কথা মহাশক্তিয়ে যি কৈছে তাৰ অৰ্থ অন্যৰূপ। সেই পুলিচ বিষয়াৰ লগত মীনাৰ বিয়াত বাধা পৰিব বুলিয়েই মহাশক্তিয়ে তেওঁক সেউজীয়া পাত খোৱাৰ কথা কৈছিল। আগৰ জন্ম বেলেগ আৰু পিছৰ জন্ম বেলেগ—এয়ে জন্মান্তৰ, মা-ই সেই কথাকেই স্পষ্টকৈ কৈছে। কিন্তু এজন অবাঞ্ছিত লোকৰ লগত বিয়া হ'ব বুলি ভাবি ভয়ত সন্ত্ৰস্ত মীনাই তোমাক সকলো কথা চিঠিত জনাইছিল, আৰু তুমি খপ্‌জপ্‌কৈ গেৰুৱা

ধাৰণ কৰি ওলাই গলা। তোমাৰ সন্ন্যাস তো আৰু গুৰুদত্ত নহয়। তথাপি মই ভাবোঁ—এই সকলো ঘটনা তোমালোকৰ মঙ্গলৰ বাবেই সৃষ্টি হৈছিল। এই বিচ্ছেদৰ প্ৰয়োজন হৈছিল তোমালোক উভয়ৰে চিত্তশুদ্ধিৰ বাবে। আজি আবেলি মীনা ফুলনিৰ লতা কুঞ্জত তোমাৰ বাবে ৰৈ থাকিব।' এই বুলি অশ্বিনী বাবু গুচি গ'ল।

আবেলি। মই সন্ন্যাস বেশ পৰিত্যাগ কৰি গৃহীৰ সাজ পিন্ধিলোঁ। ফুলনিৰ লতাকুঞ্জত আমি দুজন নিৰলে। — মই আৰু মীনা। মা-ৰ সেৱাৰ বাবে সেই দিনা উৎসৰ্গিত হ'ল দুটি তৰুণ প্ৰাণ। প্ৰকৃতিৰূপে আবিৰ্ভূতা মা-ৰ মুখ সেইদিনা বিমল হাঁহিৰে জিলিকি উঠিল। বন্দে-মাতৰম্!

# এনেয়ে

এক

কালি আবেলি মই অকলে অকলে তিনিতলাৰ ছাতত বহি আছিলোঁ। এই ঘৰটোত দোতলাৰ পৰা ছাতলৈ উঠিবৰ কোনো চিৰি নাই। ভাৰাৰ ঘৰ বুলিয়েই হ'ব পায়। কিমানবাৰ যে ঘৰৰ মালিক চেট্টিয়াৰক কৈছোঁ— 'চিৰি-টিৰি কিবা এটা বনাই দিয়ক ডাঙৰীয়া।' তেওঁ আজি দিম, কাইলৈ দিম বুলি দিন পাৰ কৰিছে। গতিকে ছাতলৈ যোৱাটো খুবেই কষ্টকৰ। প্ৰথমতে ডেৰফুট ওখ সৰু বেৰ এখনত উঠি আৰু ছফুটমান বগাই উঠিব লাগে। সৰু বেৰৰ ওপৰত থিয় হৈ তিনিতলাৰ ছাতৰ এভাগ হাতেৰে ধৰি উঠিবৰ সময়ত হাত পিছলি গলে দোতলাৰ মজিয়াত পৰি আহত হোৱাটো নিশ্চিত। মই অলপ নিৰিবিলি ভাল পাওঁ বুলিয়ে মাজে মাজে এই কষ্ট স্বীকাৰ কৰি ছাতলৈ গৈ বহি থকাটো অভ্যাসেই হৈ গৈছে। এই পুহমহীয়া জাৰত ৰ'দ পুৱাবলৈকো বেছ ভাল লাগে। কালি আবেলি ৰ'দ লৈ থাকোঁতে বেণু মুদলি আৰু চুটি-চাপৰ স্বামীজী কুল্লস্বামী আহিল। কুল্লস্বামীৰ আচল নাম কোনেও নাজানে। দোতলাৰ বাৰান্দালৈ আহি তেওঁলোকে মোক হাত বাউল দি মাতিলে। মই নামিবৰ বাবে সাজু হওঁতেই তেওঁলোকে ক'লে—'তুমি তাতে ৰোৱা, আমি গৈছোঁ।'

কুল্লস্বামী কলিযুগৰ জড়ভৰত, মহাজ্ঞানী, সৰ্বজীৱৰ প্ৰতি দয়াশীল। ৰাজযোগৰ বলত শ্বাসৰোধ কৰিব পাৰে। যোগী পুৰুষ। দেখাত ভিখাৰীৰ দৰে। ফটা-ছিটা কাপোৰ পিন্ধি বাটে পথে ঘূৰি ফুৰে। কেনেবাকৈ এওঁৰ মহিমা মহিলা আৰু ল'ৰা-ছোৱালীবোৰে গম পাইছে। কুল্লস্বামীয়ে বাটেদি যাওঁতে মহিলাসকলে হাতযোৰ কৰি নমস্কাৰ কৰে। ল'ৰা-ছোৱালীবোৰে এওঁক দেখিলেই লৰি গৈ আঁঠুত মূৰ গুজে গৈ। আৰু কুল্ল-স্বামীয়েও আঁকৰাৰ দৰে হাঁহি ল'ৰা-ছোৱালীবোৰৰ মূৰত হাত ফুৰাই মৰম কৰে। কিন্তু সাধাৰণ মনুহে তেওঁৰ আচল মহিমা নাজানে। কুল্লস্বামীয়ে পলকতে জঁাপ মাৰি সৰুদেৱালখনৰ ওপৰত উঠি তাৰপৰা একে জঁাপে ওপৰ তলালৈ উঠি গ'ল। বেণু মুদলিৰ মন গ'ল তেৱেঁ। কুল্লস্বামীৰ দৰে ছাতলৈ

উঠি যাব। সৰু দেৱালখনৰ পৰা জঁাপ মাৰোঁতেই কেনেবাকৈ লাগি ধৰি ধপ্‌কৈ তললৈ পৰি গ'ল। আঁঠু আৰু কঁকালত বৰকৈ দুখ পালে। মোৰ দৰে কাৰোবাৰ এনে আঘাত লাগিলে সাতদিনলৈ আৰু কঁকাল পোনাব নোৱাৰিব। কিন্তু বেণু মুদলি মতগজ মানুহ। খন্তেক পিছতে তেওঁ আকৌ দেৱাল বগাবলৈ ললে।

কুল্লস্বামীয়ে মোক ক'লে— 'আমি তললৈ নাযাওঁ নো কিয়? বেছ সেয়ে হওক। বেণু মুদলি, তুমি উঠি আহিব নালাগে। আমিয়েই তললৈ গৈছোঁ। এই বুলি নামি আহিলোঁ। দোতলাৰ বাৰান্দাত তিনিখন চকী পাৰি বহিলোঁ।

বেণু মুদলিয়ে মোক সুধিলে— 'তাত বান্দৰৰ দৰে উঠি গৈ অকলে অকলে বহি কি কৰিছিলা।'

'এনেয়ে বহি আছিলোঁ।'

কথাষাৰ শুনিয়েই বেণু মুদলি জঁকি উঠিল। চিঞৰ-বাখৰ আৰম্ভ কৰিলে। 'এনেয়ে—এনেয়ে—এনেয়ে! এইবোৰ কৰি কৰিয়েই হিন্দুস্থান দেশখন ৰসাতলৈ গ'ল। আকৌ তুমিও কৈছা সেই 'এনেয়ে'। দেশৰ যি কোনো লোকক দেখিলেই এনে লাগে— দেশখন এনেয়ে আছে। লাখ লাখ সাধু, সন্ত, সন্ন্যাসী, গেৰুৱাধাৰী, শৈৱ, বৈষ্ণৱ, পৰিব্ৰাজক – দলে দলে অকামিলা, এলেহুৱা মানুহ বনাই ফুৰে। গাঁজা খোৱা, ভিক্ষা কৰা— এনেয়ে ঘূৰি ফুৰাই তেওঁলোকৰ কাম। দুবেলা দুমুঠি ভাতৰ যোগাৰ যদি কেনেবাকৈ হয়, কাম কৰাৰ নিয়ম এই দেশত নাই। জমিদাৰ, ৰজা-মহাৰজা আটাইৰে কাম হ'ল অলস, নিষ্কৰ্মা হৈ শুই বহি দিন কটোৱা। এলাইবাদু মানুহৰ দেশ এইখন।' বেণুৱে এইদৰে কথাৰ বকলা মেলাৰ মাজতে পশ্চিমফাললৈ মুখ কৰি বেলিলৈ চাই কুল্লস্বামীয়ে— 'এনেয়ে বহি থকাত এক অপৰিমেয় পূৰ্ণতা আছে। হে প্ৰভু! এই পূৰ্ণতাৰ আনন্দ কিমান সহজ।' এই বুলি তায়ুমানবৰৰ শ্লোক আওৰালে তায়ুমানবৰ তামিল সন্তকবি।

বেণু মুদলিয়ে ক'লে—স্বামীজী, আমাৰ এই মহাকবি কালিদাসে কৈছে আপুনি হেনো এজন ৰাজযোগী। পিছে মই আপোনাৰ লগত কথা কোৱা নাই। মই কৈছোঁ বন্ধু কালিদাস কবিক। কিন্তু আপোনাকো কৈছোঁ।

আপুনি নিজকে সন্ন্যাসী বুলি দাবী কৰে। আপুনি সেই ফলহীন গছৰ দৰে জীৱন কটোৱা দলৰে। আপোনাক বোধকৰো গছৰ সমান বুলি ভবাও ভুল হে হ'ব। গছে আনক ফল দান কৰে, ছঁা দিয়ে, কাঠ দিয়ে। আৰু আপুনি? আপোনাৰ পৰা তো আনৰ ক্ষতিহে। গছত মানুহৰ কিমান লাভ। আপোনাৰ পৰা নো কি লাভ? বেণু মুদলিয়ে একেৰাহে এইদৰে কৈ যাওঁতে কুল্লস্বামীয়ে তায়ুমানবৰৰ আন এটি গীত আওৰালে—এনেয়ে বহি থকাতে অপাৰ সুখ। সেই কথা নাভাবি নিস্পৃহতাৰ দ্বাৰা ব্ৰহ্মস্থানত লীন গৈ থকাতে পৰম সুখ। এনে সুখ ত্যাগ কৰি আন সাংসাৰিক সুখকে সুখ বুলি ভাবি ভগৱান দক্ষিণামূৰ্তিৰ উপদেশ পাহৰি নিজৰ অজ্ঞানতাৰ কাৰণে এই মায়াপূৰ্ণ জগৎৰূপী অৰণ্যত বৃথাই ঘূৰি ফুৰাটোৱেই আছিল মোৰ কপালত বিধাতাৰ লেখা।

"সুম্মা ইৰুল্‌ল সুখম সুখমেন্দ্ৰ কৰুদিয়েল্লাম্
অম্মা নিৰশুৰম্ চোল্লবুম কেট্টু অৰিবিন্দ্ৰিয়ে,
পেম্মান মবুনি মোলিয়ৈয়ুন তপ্পি এন পেদমৈয়গল
বেম্মায়ক কাট্ৰিল অলৈন্দেন আন্দাএন বিধিবসমেঁ।"

ছাতত উঠিবলৈ যাওঁতে তললৈ পৰি গৈ পোৱা দুখৰ কথা পাহৰা নাছিল। মনৰ ভিতৰত সেই খং টো, তাতে আকৌ স্বামীজীয়ে হাঁহি হাঁহি গীত গোৱা শুনি বেণু মুদলি খণ্ডত একোনাই হৈ পৰিল—ক'লেঃ হেৰি স্বামীজী, আপুনি হ'ল সেই কালৰ মানুহ। আপোনাৰ লগত মই বাদ-প্ৰতিবাদ কৰিবলৈ নিবিচাৰোঁ। মোৰ সামৰ্থ্য আপুনি জানে? মই বাৰটা ভাষাত পাৰ্গত। আপুনি তো জানে কেৱল তামিল। শুনক, এই বিশ্বযুদ্ধ শেষ হলেই মই ইউৰোপ, আমেৰিকালৈ গুচি যাম। তালৈ যাম হিন্দু ধৰ্ম প্ৰতিষ্ঠাৰ বাবে। আৰু আপুনি তো বাটে-পথে ভিক্ষা কৰি খাই লোকৰ ঘৰৰ পিৰালিত ৰাতি কটাই দিন পাৰ কৰিব। আপোনাৰ লগত মোৰ কোনো কথা নাই। আমাৰ এই মহাকবি কালিদাসে দেশৰ কাৰণে কিমান যে কাম কৰিছে। অতি আচৰিত কথা যে, এনে এজন লোকে এলেহুৱা এজন স্বামীৰ কবলত পৰি ধ্বংস হ'বলৈ গৈছে। আপোনাৰ পৰাই কবি কালিদাস জনে বিনা কামত এনেয়ে বহি থকাৰ বিদ্যা শিকিছে যেন লাগিছে।' বেণু মুদলিৰ ওজৰ-আপত্তি-অভিযোগ বোৰ বাঢ়ি যাব ধৰিলে।

কুল্লস্বামীয়ে তালৈ কেৰেপ নকৰি আকৌ তায়ুমানবৰৰ 'বেণ্‌পা' ছন্দৰ এটি গীত জুৰিলে

সুম্মা থিৰুঠ্‌ল সুখম্‌ উদয় মাগুমে
ইস্‌ মায়া যোগম ইৰি এণ্ডা—তম্ম বৰিবিন্‌
সুটটালে য়াগুমো সোল্লমেণ্ডাম
কৰ্ম নিষ্ঠা সিৰূ দিল্লায় নী !

( হে কৰ্মত নিষ্ঠা থকা অবোধ মন ! ব্ৰহ্মজ্ঞানত লীন হৈ এনেয়ে থাকিলে সুখৰ উদয় হ'ব। সুখানুভূতি প্ৰাপ্ত হ'ব। এতিয়া এই মায়াময় যোগাদি ক্ৰিয়ানো কেলেই ? বুদ্ধি পূৰ্বক বিচাৰ কৰিলেই যথেষ্ট। )

বেণু মুদলিয়ে মোলৈ চাই সুধিলে, "কালিদাস দেৱ, এই সাধুৰ লগত আপোনাৰ কিমান দিনৰ চিনাকি ?"

মই একো নামাতিলোঁ। এনেয়ে নীৰৱে থাকিলোঁ। কুল্লস্বামীজীয়ে ক'বলৈ ধৰিলে।

এই কাহিনী বৰ দীঘলীয়া। চমুকৈ ক'বলৈ গলেও দুভাগত ক'ব লাগিব। হয়তো চাৰি-পাঁচ অধ্যায়ো হ'ব পাৰে। কাগজৰ এই অনাটনৰ দিনত ইমান দীঘলীয়া কাহিনী আৰু কওঁ কিয় ? সুধিলে ক'ব লাগিব এই কাহিনী বৰ মধুৰ। অদ্ভুত। এনে কাহিনী মই এতিয়ালৈকে লিখা নাই, ক'তো পঢ়াও নাই। আপুনি তাক পঢ়িলে বিস্মিত, মোহিত হ'ব। হয়তো হা, হুঁ বুলি নাচিবলৈ গাবলৈ লাগিব। অহ ! মই এনে অদ্বিতীয়, অবৰ্ণনীয় কাহিনী শুনা নাই। সেয়ে এই জগতত এতিয়ালৈকে লিখা সকলো কাহিনীতকৈ বেলেগ কাহিনী এতিয়া শুনাম। এই ৰচনা যথেষ্ট দীঘল হ'ল। সেয়ে পিছৰ অধ্যায়ত তাক কম। অলপ মন দি শুনিব।

## দুই

কুল্ল স্বামীজীয়ে ক'বলৈ ধৰিলে : শুনা ভাই, এনেয়ে বহি থকা লোক সকলৰ দলৰে ময়ো। তুমি কোৱা কথাবোৰ যদি সঁচাও হয়, সাধু-সন্ন্যাসী সকল যদি নিষ্কৰ্মা হৈ বহিও থাকে, দেশৰ কোনো অনিষ্ট হোৱা নাই।

দেশৰ শ্ৰী নষ্ট হ'ল অধৰ্মৰ বাবে। আৰু যি কামেই নকৰক সাধু-সন্ন্যাসীয়ে অধৰ্ম নকৰে। সংসাৰী সকলে কৰা অধৰ্মই সন্ন্যাসীসকলকো পাইছেগৈ। খাঁটি যোগী দেশত এতিয়াও আছে। তেওঁলোকৰ বাবেই আমি আজিও বাঁচি আছোঁ, নহলে কেতিয়াবাই আমাৰ দেশ ধ্বংস হ'লহেঁতেন। পৃথিৱীত কিমান দেশ উঠিল আৰু কিমান পৰিল! হিন্দুদেশ মহৎ লক্ষ্যৰ বাটত উৰ্দ্ধ-মুখে এতিয়াও আগ বাঢ়ি আছে। কেৱল আত্মৰক্ষাই নহয়, বিশ্বৰক্ষাৰ বাবেও উদ্‌গ্ৰীব। ইয়াৰ আগতে কিমান বোৰ মহাপ্ৰলয়ৰপৰা ৰক্ষা পাইছে ভাৰতে। শুনা ভাই, কেইদিনমান হ'ল, কলিকতাত তেওঁৰ নতুন গৱেষণা-প্ৰতিষ্ঠাৰ দিনা জগদীশচন্দ্ৰ বসুৱে কি কৈছিল, পঢ়িছিলা? তেওঁ কৈছে, 'বেবিলনত, নীল নদীৰ পাৰত যি সভ্যতা গঢ়ি উঠিছিল, সেই সভ্যতা মৰি গৈ সেইবোৰ ঠাইত আজি নতুন সভ্যতাৰ জন্ম হৈছে। কিন্তু হিন্দুস্থান সেই তাহানিৰ দৰেই আজিও জীৱন্ত। কাৰণ, সকলো ধৰ্মৰ ভিতৰত শ্ৰেষ্ঠ ধৰ্ম যি আত্মত্যাগ, সেই আত্মত্যাগৰ মহিমা আজিও এই দেশত মৰা নাই—তাৰ সোঁত এতিয়াও বৈ আছে।'

কুল্লস্বামীৰ কথাত বাধা দি বেণু মুদলিয়ে সুধিলে—'স্বামীজী, আপুনি ইংৰাজী জানে? আপুনি আকৌ বাতৰি-কাকত আলোচনীও পঢ়ে? জগদীশ চন্দ্ৰ বসুৱে যি বিষয়ে কৈছে আপুনি নো কেনেকৈ জানিলে?' কুল্লস্বামীয়ে উত্তৰ দিলে—অনাৱশ্যক প্ৰশ্ন নকৰিবা বেণু মুদলি! যি কৈছোঁ মনপুতি শুনা। হিন্দুদেশক যুগ-যুগান্তৰ ধৰি ৰক্ষা কৰি আহিছে কোনে? সেই সাধু-সন্ন্যাসীৰ দলেই। এই ঘোৰ কলি কালতো যেতিয়া মহাপ্ৰলয়ত পৃথিৱী ওলট-পালট হৈ গৈছে, হিন্দুস্থানে নিজে ধ্বংস নহৈ আনক ৰক্ষাৰ বাবে জীৱনী শক্তি সঞ্চয় কৰিছে। এয়া কেনেকৈ সম্ভৱ? সেই যোগীসকলৰ তপোবলৰ বাহিৰে আন একোৱে নহয়। হাঃ-হাঃ-হাঃ-হাঃ—ভাবিছা নেকি তোমাৰ দেশখন সেই ৰজা-মহাৰাজা সকলৰ বাহুবলতে ৰক্ষা পাইছে—যি সকলে বহু প্ৰকাৰৰ চৰ্ব্য-চোষ্য-লেহ্য পদাৰ্থ আস্বাদন কৰি বহু ৰমণী পৰিবৃতা হৈ নিজৰ ভিতৰতে কুকুৰৰ দৰে খোৱা-কামোৰা কৰি অৱশেষত উত্তৰ-পশ্চিম সীমান্তৰ পৰা বিদেশীৰ আক্ৰমণ আৰম্ভ হওঁতেই জীৰ্ণ দেৱালৰ দৰে খহি পৰিল? অথবা সেই ব্ৰাহ্মণ কুলৰ মহিমাতে জানো দেশখন বাঁচি আছে। বেদমন্ত্ৰৰ অৰ্থ যি নাজানে, মূৰ্খৰ দৰে যি আবৃত্তি কৰে, ৰাতি পুৱাল মাত্ৰক গাঁৱে গাঁৱে

ওলাই যি কোন মৰিব, কাৰ পিণ্ডদান হ'ব, ক'ত ব্ৰাহ্মণ ভোজন হ'ব তাৰ সন্ধান কৰি ফুৰে—সেই সকল ব্ৰাহ্মণৰ মহিমাত? বৈশ্য ব্যৱসায়ী বিলাকৰ কৃপণ বৃত্তিয়েই জানো দেশক অমৰ কৰি থৈছে? অথবা শূদ্ৰৰ অজ্ঞতা? নে পঞ্চম বৰ্ণৰ শক্তি? তুমি কি ভাবা বেণু মুদলি হিন্দুস্থানৰ অমৰত্ব কিহত? — আৰু শুনা। যুদ্ধ শেষ হ'লে তুমি ইউৰোপ আৰু আমেৰিকালৈ গৈ হিন্দুধৰ্ম স্থাপন কৰিম বুলি কৈছা। মোৰ তো ভাবিয়েই হাঁহি উঠিছে যে, তুমি হিন্দুস্থানৰ যোগীসকলৰ মহিমা সম্পৰ্কে অজ্ঞ হৈ কেনেকৈ হিন্দুধৰ্ম স্থাপন কৰিবা।'

কুল্ল স্বামীয়ে এই শেষৰ কথাষাৰ কোৱাৰ লগে লগে বেণু মুদলি আৰু মই তেওঁৰ ফাললৈ একে থিৰে চাই থাকিলোঁ। চুটি-চাপৰ মানুহজন যেন বৰ ওখ হৈ গ'ল। পাঁচ ফুটীয়া মানুহজনক এতিয়া পোনে আঠ ফুট যেন লগা হ'ল। তেওঁৰ এটা চকুলৈ চাই ভাব হ'ল যেন সূৰ্যৰ দৰে আৰু আন-টোলৈ চাই এনে লাগিল যেন চন্দ্ৰৰ দৰে। মুখৰ সোঁফাল শিৱৰ দৰে, বাঁও ফাল পাৰ্বতীৰ দৰে। মূৰ তুলি চাই দেখোঁ—বিষ্ণুৰ দৰে জ্যোতিৰ্ময় তেওঁৰ মুখ। কুল্লস্বামীয়ে কৈ গ'ল—'হেৰা বেণু মুদলি শুনা। মই হিন্দুস্থানৰ সমস্ত যোগীসকলৰ অধিপতি। ময়েই যোগীশ্ৰেষ্ঠ যোগীৰাজ। ঋষি সকলৰ ভিতৰত প্ৰথম ঋষি। মই দেৱতাসকলৰ অধিপতি। ময়েই ব্ৰহ্মা, ময়েই বিষ্ণু, ময়েই শিৱ। মই হিন্দুস্থানক ধ্বংসৰ পৰা ৰক্ষা কৰিম, মই ভূমণ্ডলত ধৰ্ম স্থাপনা কৰিম।

'মই সত্যযুগৰ প্ৰতিষ্ঠাতা। ময়েই পৰম পুৰুষ। আগৰ আচাৰ্য সকলে কি কৈছিল? তেওঁলোকে কৈ গৈছে—সকলো প্ৰাণী এক। তেওঁ-লোকে কৈ গৈছে নিষ্ঠুৰ নহ'বা, কৰুণা প্ৰদৰ্শন কৰা; কাউৰী, পোক-পৰুৱা প্ৰভৃতি সকলো জীৱ-জন্তুৰ প্ৰতি দয়াশীল হোৱা।'

'হেৰা বেণু মুদলি, শুনা। শৈৱ-বৈষ্ণৱসকল বেলেগ হৈ গ'ল। মই তেওঁলোকক এক কৰি দিম। মই কৈছোঁ—কাউৰী দেখিলে অনুকম্পা নেদেখুৱাবা, নমস্কাৰ কৰিবা।'

বেদত উচ্চাৰিত আদি বাক্য মই মোৰ জীৱন দিও দেখুৱাম। সমস্ত পুৰাণ গ্ৰাস কৰি লৈ এক কৰি স্থাপন কৰিম। হিন্দু ধৰ্মক এক কৰিম। আৰু শুনা—মাটি আৰু বতাহ, সূৰ্য-চন্দ্ৰক বেৰি, তোমাক মোক বেৰি,

চাৰিওফালে বৈ আছে প্ৰাণী সমূহ। বেদত কৈছে—তুমি আৰু মই দেৱতা। ইয়াৰ বাহিৰে আন কোনো দেৱতা নাই। আমাৰ সম্মুখত থকা সকলো-বোৰেই নাৰায়ণ। সেই সকলক আমি প্ৰতিষ্ঠিত কৰি সেই সবক নমস্কাৰ কৰি সেই সবৰ পূজাৰ ফলত বুৰ মাৰি তুমি তোমাৰ মনুষ্য সত্বাক একেবাৰে পাহৰি যোৱা। তোমাৰ কাষত তেতিয়া নাৰায়ণ আহি থিয় হ'ব। এই পথ গ্ৰহণ কৰিছোঁ বাবেই মনুষ্যগুণ এৰি মই অমৰত্ব লাভ কৰিছোঁ। অৰ্থাৎ মই দেৱতা হৈ গৈছোঁ। ইয়াৰ বাহিৰে আন কোনো দেৱতা নাই। দেৱতা সকলৰ মাজত মই অধিপতি, মোৰ নাম বিষ্ণু, ময়েই শিৱপুত্ৰ কুমাৰ ( কাৰ্তিক ), ময়েই গণপতি, ময়েই আল্লা, যিহোভা, ময়েই পৰিশুদ্ধ অনল, ময়েই যীশুখ্ৰীষ্ট, মই গন্ধৰ্ব, মই অসুৰ, মই পুৰুষোত্তম, ময়েই সমস্ত জীৱ-ৰাশি।'

'ময়েই পঞ্চভূত। অহং সৎ। মই সত্য যুগক আদেশ দিছোঁ, সেয়ে তেওঁ আহিব। জন্তুৱে জন্তুক হিংসা নকৰিব—এই বিধি প্ৰবৰ্তিত হলেই জানিবা—সত্যযুগ। মই তাকে কৰিম। হেৰা বেণু মুদলি, মই তোমাৰ আগত আছোঁ, মোক জানা।' কুল্লস্বামীয়ে কৈয়েই গ'ল, আৰু মই মূৰ্চ্ছিত হৈ পৰিলোঁ।

আধাঘণ্টামান পিছত মোৰ জ্ঞান ঘূৰি আহিল। তেতিয়া দেখিলোঁ, মোৰ কাষতে মূৰ্চ্ছিত হৈ পৰি আছে বেণু মুদলি। পিছত তেওঁৰ চিকিৎসা কৰি তেওঁক জগালোঁ।

বেণু মুদলিয়ে মোৰ পৰিবাৰক সুধিলে—কুল্লস্বামী ক'ত ?

তেওঁ উত্তৰ দিলে, 'এই তো খন্তেক আগতে ওপৰৰ পৰা তললৈ নামিছিল। অলপ পৰমান্ন দিলোঁ, এটা কল দিলোঁ। খালে। মোৰ আৰু ল'ৰা-ছোৱালীৰ কপালত ভস্ম বিভূতি লগাই আশীৰ্বাদ কৰি গুচি গ'ল। মই সুধিলোঁ—আপোনালোকে ইমান সময় ওপৰত বহি কি কথা পাতিছিল। উত্তৰত তেওঁ ক'লে, 'ভাষাদ্বৈত কথাবাৰৰ তাৎপৰ্য কি সেই লৈ অজ্ঞ বেণু মুদলিয়ে তৰ্ক কৰে'। — এই বুলি হাঁহি তেওঁ গুচি গ'ল।'

# এন্ধাৰ

আঠশ বছৰৰ আগতে বিদ্যানগৰ নামৰ ঠাইত দৃঢ়চিত্ত নামেৰে এজন ৰজা আছিল। তেওঁৰ কেইজনমান আত্মীয়, বন্ধু-বান্ধৱে লগ লাগি তেওঁৰ অনিষ্ট কৰে। এদিন তেওঁ শুই থাকোঁতে শত্ৰুৰ দলে ৰাজপ্ৰাসাদৰ কেইজনমান পালি-পহৰীয়াক প্ৰলুব্ধ কৰি ভিতৰ সোমায়। তাৰ পিছত ৰজাৰ হাত-ভৰি বান্ধি দাঙি নি ওচৰত থকা পাহাৰৰ এটা গুহাৰ ভিতৰত পেলাই দিয়ে। ৰজাই যাতে বাহিৰলৈ ওলাই আহিব নোৱাৰে তাৰ কাৰণে এটা ডাঙৰ শিলেৰে গুহাৰ মুখখন বন্ধ কৰি দিয়ে। ইতিমধ্যে ৰজাই চকু মেলিব নোৱৰাকৈ তেওঁৰ নাকত এখিলা টোপনি ধৰা পাতৰ ৰস চেপি দি দিলে।

বহু দিনৰ পিছত সেউজীয়া পাতৰ নিচা কাটিলত ৰজাই চকু মেলি চাই দেখে তেওঁ হাত-ভৰি বন্ধা অস্থাত গভীৰ আন্ধাৰত পৰি আছে। ভাবিলে—'কত আছোঁ?' ঠাই ডোখৰ চিনিব নোৱাৰিলে। 'কোনে মোক এনে অনিষ্ট কৰিলে।' এইবোৰ নানা চিন্তা মনলৈ আহিল। কিন্তু একো কথাই স্পষ্টভাৱে বুজিব নোৱাৰিলে। থিয় হ'বৰ চেষ্টা কৰিলে, নোৱাৰিলে। পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে, চকুৰে এন্ধাৰ দেখিছে। বুকু পুৰিছে। তেওঁ চিঞৰি উঠিল—'হে ভগৱান! তুমি মোক মাৰি পেলাবা?'

এটা শব্দ শুনা গ'ল—'হয়।'

ৰজাই সুধিলে—'তুমি কোন? কোনে কৈছা?'

অদৃশ্য ব্যক্তিয়ে ক'লে—'মই মহাকাল, তোমাৰ প্ৰাণ লৈ যাবলৈ আহিছোঁ।'

দৃঢ়চিত্তই উত্তৰ দিলে—'চোৱা, মই এতিয়াও ডেকা হৈ আছোঁ। মোৰ পত্নী বুদ্ধিমতী, স্নেহময়ী, সিংহ পোৱালিৰ দৰে মোৰ বীৰ পুত্ৰ, শস্যসমৃদ্ধ যশশালী মোৰ ৰাজ্য—এই বোৰ এৰি থৈ তোমাৰ লগত যাবলৈ মোৰ মন যোৱা নাই। তুমি ইয়াৰ পৰা গুচি যোৱা।'

অদৃশ্য শক্তিয়ে কাঠ হাঁহি মাৰিলে।

দৃঢ়চিত্তই সুধিলে—'মোক কেতিয়া লৈ যাবা ?'

'পুৱাৰ প্ৰথম প্ৰহৰৰ ভিতৰতে।'

দৃঢ়চিত্ত মূৰ্চ্ছিত হৈ পৰিল। চেতনা আহিলত মনত পৰিল মাকে শিকোৱা মন্ত্ৰৰ কথা। তৎক্ষণাৎ সেই মন্ত্ৰ উচ্চাৰণ কৰিলে। মাকে মৰিবৰ সময়ত কাষলৈ মাতি নি তেওঁৰ কাণে কাণে সেই মন্ত্ৰ শুনাই কৈছিল—বাছা, তোমাৰ যিমানেই বিপদ নহওক, তুমি এই মন্ত্ৰ উচ্চাৰণ কৰিলে বিপদ আঁতৰি যাব।' ৰজাই তেতিয়া সেই মন্ত্ৰ মাতিলে, 'কৰোমি'—এই টোৱেই মন্ত্ৰ। ৰজাই তিনিবাৰ মন্ত্ৰষাৰ মাতিলে—'কৰোমি, কৰোমি, কৰোমি!'

এনেতে সাপ এটা আহি তেওঁৰ ভৰিত খোঁট মাৰিলে।

ৰজাই চিঞৰ মাৰি উঠিল—'মা, এয়াই তোমাৰ মন্ত্ৰৰ ফল ?'

অশৰীৰী মাত শুনা গ'ল - 'ভয় নাখাবা। মন্ত্ৰ মাতা, মন্ত্ৰ মাতা।'

এই নতুন মাতষাৰ ৰজাৰ মাকৰ মাত যেন লাগিল।

ৰজাই আকৌ মন্ত্ৰ জপ কৰি থাকিল—'কৰোমি, কৰোমি, কৰোমি!'

অশৰীৰীয়ে ক'লে—'কৰা, কৰা, কৰা।'

ৰজাই লৰালৰিকৈ উশাহ বন্ধ কৰি অমানুষিক বেগেৰে হাতখন জোকাৰি দিলে। হাতৰ বান্ধোন ছিগি গ'ল : ৰজাই তৰোৱাল উলিয়ালে। আকৌ সেই শব্দ—'কৰা, কৰা, কৰা।' সাঁপে খোটা আঙুলিটো খচকৈ কাটি দলিয়াই দিলে। আকৌ সেই শব্দ—'কৰা. কৰা, কৰা।

ৰজাই পিন্ধি থকা কাপোৰৰ এটুকুৰা ফালি মাটিত ওলট-পালট কৰি ভৰিৰ আঙুলিৰপৰা তেজ বন্ধ কৰিবৰ বাবে ফটা কাপোৰ টুকুৰাৰে বান্ধি দিলে।

আকৌ সেই শব্দ : 'কৰা'। ৰজাই তৰোৱালেৰে বান্ধোন কাটি পেলালে! তেতিয়া তেওঁৰ দেহত আকৌ ক্লান্তি। তাৰ পিছত অচেতন, জ্বৰ আৰু মৰ-পিয়াহ।

ৰজাই আকুল কণ্ঠে কৈ উঠিল—'হায়! মই যে আৰু এই পিয়াহ সহিব পৰা নাই। কি কৰিম কোৱাঁ।'

অশৰীৰীয়ে উত্তৰ দিলে—'মন্ত্ৰ জপ কৰা।'

ৰজাই আকৌ সেই মাতৃমন্ত্ৰ জপ কৰিবলৈ লাগিল—'কৰোমি, কৰোমি, কৰোমি!'

আদেশ হ'ল—'কুৰু'।

ৰজাই কান্দি পেলালে —'কি কৰিম ?'

ধ্বনিয়ে উত্তৰ দিলে—'মন ডাঠ কৰা, হতাশ নহবা—কাম কৰা।'

ৰজাই আকৌ সুধিলে—'কি কৰিম ?'

আদেশ হ'ল – 'শিলত মূৰ আফালা।'

ৰজাই উঠি আহি গুহাৰ মুখত থকা শিলডোখৰত মূৰেৰে খুন্দিয়াবলৈ ধৰিলে। আচৰিত! মূৰৰ একো নহ'ল। গুহাৰ মুখ বন্ধ কৰা সকলৰ লৰা-ঢপৰাৰ ফলত শিলটো ভালকৈ খাপ খাই বহা নাছিল। শিলটো হেলনীয়া হৈ আছিল। মূৰৰ খুন্দাত সেই হেলনীয়া শিল পিছলি তললৈ পৰি গ'ল। বাহিৰলৈ আহি ৰজাই দেখিলে—এইমাত্ৰ বেলি ওলাইছে। 'কৰোমি, কৰোমি, কৰোমি'—এই মন্ত্ৰ মাতি মাতি ৰজা গৈ ৰাজধানী পালেগৈ। ইয়াৰ পাছত তেওঁৰ আৰু কোনো শত্ৰু নাথাকিল।

# ভৱিষ্যত বক্তা

বেদ পুৰলৈ এজন নতুন ব'ৰাগী আহিছে। হাতত তেওঁৰ ডম্বৰু। সেই ডম্বৰু বজাই দিলে পঁয়ত্ৰিছ ৰকমৰ তালভেদ আৰু সেই পঁয়ত্ৰিছৰ মাজতো আকৌ নানা সূক্ষ্ম পাৰ্থক্য শুনা যায়। সুৰ আৰু তালৰ ক্ষেত্ৰত মানুহজন একেবাৰে পাকৈত। পিন্ধনত ধপধপীয়া বগা চুৰিয়া, চোলাটোও বেছ বগা, মূৰত ৰঙা কাপোৰেৰে মেৰিয়াই মেৰিয়াই বিৰাট এক মথুৰা পাগ্ মাৰিছে। দেখিলে এনে লাগে—মেলুৰ চাউলৰ গধুৰ বস্তা এটাৰ আধা মানেই হ'ব। কপালত কুমকুমৰ ডাঙৰ এটা ফোঁট। গোঁফ আৰু জুলপিৰে সৈতে বেছ ডাঙৰ-বহল এখন মুখ আৰু বগা বৰণত সেই ফোঁটটোৱে শুৱাই পৰিছে। মানুহজন দীৰ্ঘাকৃতিৰ, হাতত এডাল লাখুটি। ভৰিত হায়দৰাবাদী জোতা। কালি পুৱা এই মানুহজনে আমাৰ চুবুৰিৰ আলি-বাটেদি আহে। লগত ডম্বৰুৰ মাত। বেছ পাকৈত বায়নৰ পকা হাতৰ খোলৰ হে বোল যেনিবা। বাজনাৰ লগে লগে মুখেৰে মাতি যায়ঃ

ডুগ ডুগ ডুগ ডুগ ... ............
ভাল দিন আহিছে, ভাল দিন আহিছে
সকলোৱে মিলি-জুলি থাকা, কাজিয়া-পেচাল নকৰিবা
বোলা সবে জয় মা মহাকালী
বেদপুৰ গাঁৱৰ বাবে শুভ বাতৰি দিয়া।
দাৰিদ্ৰ্য আঁতৰি যক, শ্ৰীবৃদ্ধি হওক
বিদ্যা বাঢ়ক, পাপ নাশ হওক
বিদ্বানে যদি পাপ কৰে, মিছা কয়,
সৰ্বনাশ হ'ব, গাঁও নাশ হ'ব।
বেদপুৰ গাঁৱৰ বেপাৰ বাঢ়িব
কাম-কাজ বাঢ়িব, বনুৱা সুখত থাকিব
জ্ঞান-গৰিমা বাঢ়িব; সবেও শাস্ত্ৰ জানিব
যন্ত্ৰ বাঢ়িব, তন্ত্ৰ বাঢ়িব, মন্ত্ৰ বাঢ়িব
বাঢ়ি যাব, বাঢ়ি যাব
ডুগ ডুগ ডুগ ডুগ .......... ...

এইবুলি কৈ কৈ তেওঁ গৈ আছিল, মই দোতলাৰ পৰা শুনিলোঁ। এইটো কিবা একেবাৰে নতুন কথা ; আচৰিত হৈ মই তেওঁক ৰ'বলৈ কলোঁ। মানুহজন ৰ'ল। তললৈ নামি গৈ তেওঁক ওচৰলৈ মাতি আনি সুধিলোঁ—'ক'ৰ মানুহ তুমি ? কোন গাঁৱৰ ?' মানুহজনে উত্তৰ দিলে—'আমি ব'ৰাগী মানুহ দেউতা, আমাৰ নো আৰু ক'ৰ ঘৰ-বাৰী, বোলে নৈয়ে লোটা-বাটি বালিয়েই ঘৰ। ডম্বৰু বজাই কোনোৰকম ভাতমুঠি উলিয়াওঁ।' মই কলোঁ—তোমাক দেখি মোৰ নতুন আৰু বেলেগ যেন লাগিছে। তুমি সাধাৰণ ব'ৰাগী নোহোৱা। —কি বৃত্তান্ত ; বহলাই কোৱাঁচোন তোমাৰ বিষয়ে। ভাল চুৰিয়া এখন দিম।' ব'ৰাগীয়ে ক'লে—'দেউতা, মোৰ নো ক'ত জন্ম হৈছিল নাজানো। আইৰ মুখখনো মনত নাই। মোৰ দেউতাইও এই বৃত্তিকেই লৈছিল। আমি দক্ষিণৰ ফালৰ মানুহ। মোৰ দহবছৰ বয়সতে দেউতাই মোক তাঞ্জোৰ জিলালৈ লৈ গ'ল। দেউতা তাতে আই সকলৰ কৃপাত স্বৰ্গী হ'ল। দেউতাৰ মৃত্যুৰ পিছত মই এইদৰে ভাতমুঠি মোকোলাম বুলি ভাবি নানা ঠাইত অনাই-বনাই ঘূৰি হায়দৰাবাদ পালোঁগৈ। তেতিয়া মোৰ বয়স কুৰি। আহক তালৈ জনচন নামৰ এজন ফিৰিঙি। বেছ মানুহজন। কোনো এটা কোম্পানীৰ এজেণ্ট। সেই কোম্পানীৰ ব্যৱসায় হ'ল হিন্দুস্থানৰ সকলো ডাকিনী-যোগিনী, বাজিকৰ-যাদুকৰ ইত্যাদি নানান ধৰণৰ লোক গোটাই ইউৰোপৰ দেশে দেশে তম্বু তৰি প্ৰদৰ্শনী দেখুওৱা। এনে কপাল যে, মইও সেই জনচন চাহাবৰ কোম্পানীত সোমাই পৰিলোঁ। ইংলেণ্ড, ফ্ৰান্স প্ৰভৃতি ইউৰোপৰ দেশবোৰত ঘূৰিছোঁ। আমেৰিকালৈও গৈছিলোঁ। দুবছৰৰ আগতে 1914 চনৰ মহাযুদ্ধ আৰম্ভ হোৱাৰ লগে লগে কোম্পানী বন্ধ হ'ল। আমাৰ সকলোকে পা-পইচা মিটাই দি দেশলৈ পঠিয়াই দিলে। পিছে দেউতা, ওৰে জীৱনলৈ ভাতমুঠিৰ যোগাৰ কোনো প্ৰকাৰে হৈ আছে। পেটে-ভাতে চলি যাব। কিন্তু বোপা-ককাৰ বৃত্তিটো এৰিবলৈ মন নগ'ল। সেয়ে দেশ-দেশান্তৰ ঘূৰি ফুৰি সেই কামকে কৰি আছোঁ।

সেই দেশত থকাৰ কালত তাৰ ভাষা অলপ-অচৰপ শিকিছিলোঁ। দেউতা, মিছা নকওঁ, ইংৰাজী ভালেই জানো। আৰু আন কেইটামান ভাষাও জানো। কিতাপ-পত্ৰও বহুতো পঢ়িছোঁ। সেই দেশৰ পৰা ঘূৰি

আহি ভাব হ'ল, আমি সিবিলাকৰ তুলনাত বহুতো পিছ পৰি আছোঁ। এটা-দুটা বিষয়ত নহয়, নানা বিষয়ত। মোৰ বোপা-ককাৰ বৃত্তিটোকে লৈ আমাৰ এই তামিল দেশৰ গাঁৱে গাঁৱে ঘূৰি ইয়াৰ মানুহক যি কণ পাৰোঁ, দুআষাৰ ভাল কথা শুনাম বুলিয়ে ওলাই ফুৰিছোঁ। এয়ে হ'ল মোৰ আঁতি-গুৰি।'

এখন মিহি ভাল চুৰিয়া দিবলৈ ললোঁ। কলোঁ—'বৰ ভাল চুৰিয়া, দীপাৱলীৰ সময়ত কিনা।'

'নালাগে দেউতা, হ'ব' বুলি কৈ তেওঁ সেই ডম্বৰু বজাই বজাই গুচি গ'ল। গৈ থাকোঁতে গাই গ'ল—

.... ডুগ ডুগ ডুগ ...
ডা-ডাঙৰীয়া সকলৰ সাহস বাঢ়ক, পেটবোৰ সৰু হওক
কৰ্মশক্তি বাঢ়ক,
অষ্ট লক্ষ্মীয়ে লাগ দিয়ক, শ্ৰীবৃদ্ধি হওক
ভয়-ভীতি নাশ হওক, পাপ আঁতৰি যক,
জাতি-অজাতিৰ বিচাৰ আঁতৰক,
চকু মুকলি হওক, লোকে ন্যায়-অন্যায় বুজক
পুৰণি কু-সংস্কাৰ ধ্বংস হওক, বীৰ্যবান, মহিমাময় হওক
বোলা সবে মা শক্তি পৰ্বতবাসিনী ভগৱতী!
ধৰ্ম বাঢ়ক, ধৰ্ম বাঢ়ক ...।"

এই বুলি কৈ কৈ ডম্বৰু বজাই বজাই মানুহজন গ'লগৈ।

# অৰ্জুনৰ সন্দেহ

হস্তিনাপুৰত দ্ৰোণাচাৰ্যৰ পাঠশালাত মহাৰাজ পাণ্ডুৰ পুত্ৰসকল আৰু দুৰ্যোধনে পঢ়াশুনা কৰি থকা কালত এদিন সন্ধিয়া ফুৰিবলৈ গৈ ঘূৰি আহোঁতে অৰ্জুনে কৰ্ণক সুধিলে—'কৰ্ণ, যুদ্ধ ভাল, নে শান্তি ভাল ?'

কৰ্ণই ক'লে—'শান্তি ভাল ।'

অৰ্জুনে সুধিলে—'শান্তি ভাল কিয় ?'

কৰ্ণই উত্তৰ দিলে—'হে অৰ্জুন, যুদ্ধ হলে মই তোমাক মাৰিম, তাতে তোমাৰ দুখ। তোমাৰ দুখ দেখিলে মোৰ মনেও দুখ পাব। গতিকে যুদ্ধত দুয়োজনৰে দুখ। সেয়ে কৈছোঁ, যুদ্ধতকৈ শান্তি ভাল ।'

অৰ্জুনে ক'লে—'হে কৰ্ণ, মোৰ প্ৰশ্ন আমাৰ দুজনক লৈ নহয়। মই জানিব খুজিছোঁ, পৃথিবীত যুদ্ধ ভাল নে শান্তি ভাল ?'

কৰ্ণই উত্তৰ দিলে—'সেইবোৰ সাধাৰণ কথাত মোৰ ৰুচি নাই ।'

অৰ্জুনে মনে মনে ঠিক কৰিলে এই ল'ৰাটোক বধ কৰিব লাগিব। ইয়াৰ পিছত অৰ্জুনে দ্ৰোণাচাৰ্যৰ ওচৰলৈ গৈ সেই একেটা প্ৰশ্নকে সুধিলে। দ্ৰোণাচাৰ্যই ক'লে—'যুদ্ধ ভাল ।' পাৰ্থই সুধিলে—'কিয় আচাৰ্য, ভাল কিহৰ বাবে ?' তেতিয়া দ্ৰোণাচাৰ্যই উত্তৰ দিলে—'হে অৰ্জুন, যুদ্ধত ধন লাভ হয়, যশ লাভ হয়, নহলে মৃত্যু লাভ। শান্তিত সকলোৰেই সন্দেহ স-স-স ।'

ইয়াৰ পিছত অৰ্জুন গ'ল ভীষ্মাচাৰ্যৰ ওচৰলৈ। সুধিলে—'পিতামহ, যুদ্ধ ভাল, নে শান্তি ভাল ?'

তেতিয়া সেই বৃদ্ধ গঙ্গাপুত্ৰই উত্তৰ দিলে—'বাছা অৰ্জুন, শান্তিয়েই ভাল। যুদ্ধত আমাৰ ক্ষত্ৰিয় কুলৰ মহিমা আছে, সন্দেহ নাই। কিন্তু পৃথিৱীৰ সাধাৰণ লোকৰ মহিমা শান্তিত ।'

অৰ্জুনে ক'লে—'আপোনাৰ কথা ন্যায়সঙ্গত যেন নালাগে ।'

বৃদ্ধই ক'লে—'অৰ্জুন, প্ৰথমে কাৰণ কৈ পিছতহে সিদ্ধান্ত লৈ আহিব লাগে ।'

অৰ্জুনে উত্তৰ দিলে—'পিতামহ, শান্তিত কৰ্ণ ওপৰত, মই তলত। যুদ্ধ লাগিলে সত্য কি জনা যাব।'

ভীষ্মাচাৰ্যই ক'লে—'বাছা, ধৰ্ম মহিমা লাভৰ চেষ্টা কৰিবা? যুদ্ধতেই হওক, শান্তিতেই হওক ধৰ্মই জয় লাভ কৰে। এতেকে তোমাৰ ক্ৰোধ দূৰ কৰি শান্তিত থাকা। মানুহ পৰস্পৰৰ প্ৰতি সহৃদয় হ'ব। প্ৰীতিয়ে মানুহক ত্ৰাণ কৰে।' এই বুলি পিতামহে এটোপাল চকুপানী মচিলে।

কেইদিন মানৰ পিছত হস্তিনাপুৰলৈ বেদব্যাস আহিল। অৰ্জুনে তেওঁৰ ওচৰলৈ গৈও সেই একেটা প্ৰশ্নকে কৰিলে—'কোনটো ভাল? যুদ্ধ নে শান্তি?'

বেদব্যাস ক'লে - 'দুয়োটাই ভাল। স্থান-কাল-অৱস্থা অনুযায়ী কাম কৰিবা।'

ভালেমান বছৰৰ পিছত বনবাস-কালত দুৰ্যোধনাদিৰ ওচৰলৈ দূত পঠিওৱাৰ আগতে অৰ্জুনে শ্ৰীকৃষ্ণক মাতি সুধিলে—'কৃষ্ণ, যুদ্ধ ভাল নে শান্তি?'

তাৰ উত্তৰত শ্ৰীকৃষ্ণই ক'লে—'বৰ্তমানত শান্তিয়েই ভাল। সেই বাবেই মই শান্তি প্ৰাৰ্থনা কৰি হস্তিনাপুৰলৈ ওলাইছোঁ।

# নিম গছ

বসন্তকালৰ এদিন পুৱা। মলয় পৰ্বতৰ কাষত অকলশৰে ফুৰিছিলোঁ। বহু সময় ফুৰি ফুৰি ভাগৰ লাগিল। ভাগৰ পলোৱাবৰ বাবে তাৰে এখনি মনোৰম উদ্যানৰ নিম গছ এজোপাৰ তলত গৈ শুলোঁ। জুৰ বতাহ বৈ আছিল। খন্তেকৰ ভিতৰতে টোপনি গলোঁ আৰু এটি অপূৰ্ব সপোন দেখিলোঁ। তাৰ কথাকেই ক'বলৈ লৈছোঁ।

মই শুই থাকোঁতে এটি অমানৱীয় মাত শুনিবলৈ পালোঁ—ঐ মানুহ, হেৰা মানুহ, উঠা, উঠা। শব্দ শুনা মাত্ৰকে চকু মেলি চালোঁ। আচলতে চকু মেলা নাই। সপোনত হে চকু মেলিছিলোঁ। চকু মেলি সুধিলোঁ— 'কোন? কোনে মাতিলে?' উত্তৰ আহিল—'মই নিম গছ। ময়ে মাতিছোঁ। উঠাচোন।'

মোৰ মনলৈ বহু চিন্তা আহিল—এয়া ভূত নে পিশাচ? যক্ষ নে কিন্নৰ? নে গন্ধৰ্ব আদি দেৱতা বিশেষ। বনদেৱতাই নে কি? কোন একো বুজিব নোৱাৰিলোঁ। নিম গছে নো ক'ত কেতিয়া কথা কৈছে? ভূত নেকি? আঁতৰ হ। এই বোৰ মাথোন মনৰ ভ্ৰম। মই সঁচাকৈয়ে সাৰে থকা অৱস্থাত নাই। এতিয়া স্বপ্নাৱিষ্ট হৈয়ে আছোঁ। এই মাত সপোনত শুনা কাল্পনিক মাত। এই দৰে চিন্তা কৰি থাকোঁতেই আকৌ সেই মাত— 'হেৰা মানুহ, উঠা।'

সুধিলোঁ—'তুমি কোন?'

উত্তৰ আহিল—'মই নিম গছ। মোৰ তলতেই তুমি শুই আছা। তোমাক কিছু গূঢ় বিষয় শিকাই দিম বুলি হে জগাইছোঁ।'

মই ভাবিলোঁ—বেছ, 'মোৰ অজানা বিষয় পৃথিৱীত কিমান যে আছে।' এই কথা শ্বেক্‌ছপীয়েৰে কৈ গৈছে। তেনেহলে গছৰো কথা ক'ব পৰা শক্তি আছে। হয়তো এই বিষয়ে ইমান দিনে আমি অজ্ঞ আছিলোঁ। এতেকে এই গছৰ লগত কথা-বতৰা হৈ বিষয়টো জানি লওঁ। এই বুলি চকু মেলি থিয় হলোঁ।

আচলতে থিয় হোৱা নাই। সপোনৰ ভিতৰতহে। থিয় হৈ উঠি

সুধিলোঁ—হে নিম গছ ! মানুহৰ ভাষা তুমি কেনেকৈ জানিলা ? মানুহৰ দৰে হৃদয়, মুখ, কণ্ঠ, তালু, জিভা দাঁত, ওঁঠ—এইবোৰ অঙ্গ নাথাকিলে মানুহৰ ভাষা কোৱা সম্ভৱ নহয়। আমাৰ ভিতৰতো দাঁত সৰি পৰা সকলে ভালকৈ সঠিকভাৱে উচ্চাৰণ কৰিব নোৱাৰে। আলজিভা নথকা লোক বোবা হয়। এনে অৱস্থাত তুমি মনুষ্য দেহ নোপোৱাকৈও মনুষ্যৰ ভাষা কেনেকৈ কোৱা ?'

নিম গছে উত্তৰ দিলে—'শুনা মানুহ, শুনা। মানুহৰ মুখ মাত্ৰ এখন। আমাৰ মুখ গোটেই শৰীৰতে বিয়পি আছে। তুমি ভাবা—মানুহৰ ভাষা ক'বৰ বাবে মুখ, দাঁত, জিভা আদি বাদ্য-যন্ত্ৰ মানুহৰ দৰেই থকাৰ আৱশ্যক। সাধাৰণ অৱস্থাত সেই বোৰ দৰকাৰ ঠিকেই। কিন্তু মই গছ নহওঁ। মই মুনিবৰ অগস্ত্যৰ শিষ্য। তামিল ভাষা সম্পৰ্কে থকা মোৰ জ্ঞান বৰ্তমানত অগস্ত্য মুনিৰ বাহিৰে আৰু কাৰো নাই।'......

নিম গছে কৈ গ'ল—কাহিনীটো তেনে গুৰিৰ পৰাই কওঁ। হেৰা মানুহ, মন দি শুনা। মোৰ বয়স এতিয়া ত্ৰিছ। ডেকা গছ মই। পোন্ধৰ বছৰ আগতে এদিন বসন্তকালৰ ৰাতি অপূৰ্ব জোনাক বিয়পি পৰিছিল। মই সাৰে আছিলোঁ। সাধাৰণতে মানুহৰ দৰে গছেও গোটেই দিনটো সাৰে থাকি নিশা টোপনি যায়। সেই দিনা ৰাতি কেলেই জানো, মোৰ টোপনি নাহিল। জোনাক, আকাশ, চাৰিওফালে গছ-গছনি—চাই চাই ব্ৰহ্মানন্দত নিমগ্ন। এনেতে কি দেখিলোঁ জানা—সৌ যে নদীখন দেখিছা, সেই নদীত ধেমালি খেলি আছিল দুটি মানুহে। ষোলবছৰীয়া অতি সুন্দৰ এটি পুৰুষ আৰু আনটি এক বাৰ বছৰীয়া পৰমা সুন্দৰী ছোৱালী। অলপ সময়ৰ ভিতৰতে বুজিব পাৰিলোঁ—তেওঁলোক সামান্য নৰ-নাৰী নহয়। পাখি নোহোৱাকৈয়ে তেওঁলোকে আকাশলৈ উৰি ক্ৰীড়া কৰিছে। পিছত তেওঁ লোকৰ কথা-বতৰাৰ পৰা বুজিলোঁ। তেওঁলোক কোন তেওঁলোক হ'ল অগস্ত্য ঋষি আৰুতাম্ৰ বৰ্ণী দেৱী। সাধাৰণ সময়ত অগস্ত্যমুনিয়ে অঙ্গুষ্ঠ প্ৰমাণ ৰূপ ধাৰণ কৰি লয়। কিন্তু এওঁলোক কামৰূপী। যেতিয়া যি মন যায় সেই দৰেই ৰূপ ধাৰণ কৰি লব পাৰে। প্ৰায় পুৱালৈকে তেওঁলোকৰ ক্ৰীড়া চলাৰ পিছত তাম্ৰবৰ্ণী অদৃশ্য হৈ গ'ল।'

নিম গছে আৰু ক'লে—'শুনা মানুহ, মন-পুতি শুনা। ধল ফাট দিয়াৰ লগে লগে তাম্রবর্ণী দেৱী অদৃশ্য হৈ গ'ল। অগস্ত্যই অকলে আহি মোৰ তলত, তুমি য'ত আছা ঠিক সেই খিনিতে শুই যোগনিদ্রাত আবিষ্ট হ'ল। অগস্ত্যৰ শক্তি-সামর্থ্যৰ কথা আনকি এতিয়াও মই ভালকৈ নাজানো। তেতিয়াৰ কথাই নাছিল। গতিকে তেওঁ যে যোগমগ্ন—সেই কথা নাজানি ভাবিলোঁ জলক্রীড়াৰ পৰিশ্রমত ভাগৰ লাগি তেওঁ টোপনি গৈছে। পুৱাৰ পৰা প্ৰায় এক প্ৰহৰ অতীত হ'ল। তেতিয়া, সেই যে তোমাৰ আগত তেতেলী জোপা আছে, তাৰ তলতে থকা এটা গাঁতৰ পৰা প্ৰকাণ্ড এটা কালসাপ ফোঁচ ফোঁচ কৈ অগস্ত্যৰ ফাললৈ খেদি আহিল। দেখিয়ে মই চঁক খাই উঠিলোঁ। এই ভয়ানক সাপে এতিয়া এই মহাপুৰুষক বধ কৰিব! এওঁক যেনেকৈয়ে হওক জগাই তুলিব লাগিব। সাৰ পাই উঠিলে তপোবলত অনায়াসে সাপক বশ কৰিব। এই ভাবি অগস্ত্যক জগাবৰ উদ্দেশ্যে মোৰ ডালবোৰ তেওঁৰ গাৰ ওপৰলৈ হাওলাই দিলোঁ। তেওঁ গম নাপালে। ইতি মধ্যে সাপে আহি দুবাৰ তেওঁৰ ভৰিত খুটিলে। তৃতীয় বাৰ খোঁট মাৰিবৰ বাবে ফেঁট তুলিলে। সেই মুহূর্তে অগস্ত্য মুনিয়ে সাৰ পাই চকু মেলি দেখি ৰছী এগছ তোলাৰ দৰে আয়াসতে সাপটো হাতেৰে ধৰি তুলি লৈ নিজৰ ডিঙিত মেৰিয়াই ললে। সাপটোৱেও ৰছীৰ দৰে নীৰৱে, নিৰীহ ভাৱে মুনিৰ ডিঙিত মেৰ খাই পৰি ৰ'ল। সাপে খোটা ঠাইৰ পৰা তেজ ওলাইছিল। অগস্ত্যই মাটি অকণমান লৈ তাত ঘঁহি দিলে। লগে লগেই ঘা শুকাই ছাল আগৰ দৰে হ'ল। দেখি বিস্ময় মানিলোঁ। এনে এগৰাকী মহান পুৰুষৰ ওচৰত এষাৰ কথা ক'বৰ যোগ্যতা নথকা সেই মূক বৃক্ষৰূপে জন্ম ললোঁ বুলি ভাবি মনতে বৰ দুখ হ'ল। মোৰ অভিপ্ৰায় জনাবৰ উদ্দেশ্যে তেওঁৰ চৰণত কেই পাহমান ফুল আৰু অলপ ডাল-পাত পেলাই দিলোঁ। অগস্ত্যই মূৰ তুলি মোলৈ চাই মাতিলে ঃ 'নিম গছ!'

নিম গছে বৰ্ণাই গ'ল—শুনা হেৰা মানুহ, একান্ত মনে শুনা। অগস্ত্য মুনিয়ে মোক এই দৰে সম্বোধন কৰি মতাৰ লগে লগেই মোৰ অজ্ঞাতসাৰেই মোৰ নানা ঠাল-ঠেঙুলি আৰু ডালৰ মাজত তামিল শব্দ উত্থিত হ'ল—'কি ক'লে, মুনিবৰ!' মোৰ সমস্ত দেহ ৰোমাঞ্চিত হৈ উঠিল। ভাব হ'ল, মোৰ যেন জন্মান্তৰ হ'ল। নিমগছৰ জন্মৰ পৰা মনুষ্য জন্ম। কেৱল দেহটোৰ—

গাঁঠনিটোৰ হে সলনি নহ'ল। দৈহিক পৰিবৰ্তন হলেই বা কি? নহলেই বা কি? মই আৰু দেহ মাত্ৰ নহয়। মই আত্মা, মই বোধ, মই চৈতন্য। অকস্মাৎ নিম গছৰ চিত্ত সলনি হৈ মোৰ মাজত মোৰ মনুষ্য চিত্তই দেখা দিলে। মনুষ্য চিত্ত নহলে মনুষ্য ভাব নো কেনেকৈ আহিব? কোটি জন্মৰ ফলত হে যি ফল পোৱা যায়, সেই ফল মুহূৰ্ততে মুনিবৰৰ অনুগ্ৰহত মই পালোঁ। মোৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। অজস্ৰ ফুল-পাতৰ নৈবেদ্য মই মুনিৰ চৰণত ঢালি দিলোঁ। তেওঁ অতিশয় তুষ্ট হৈ ক'লে—'হে নিম গছ, কালি ৰাতি তাম্ৰবৰ্ণী আৰু মই জলক্ৰীড়াত ৰত হৈ থাকোঁতে তুমি সেই দৃশ্য দেখি আনন্দিত হৈ আমাক আশীৰ্বাদ কৰিছিলা। মই দিব্য দৃষ্টিৰে সেই কথা জানিছোঁ। অলপ আগতে মই যোগ-সমাধিত মগ্ন হৈ থাকোঁতে তুমি সাপক অহা দেখি মোক ৰক্ষা কৰিবৰ উদ্দেশ্যে মোক জগাবলৈ চেষ্টা কৰিছিলা। আৰু তাৰ কাৰণে তোমাৰ ফুল আৰু ডাল-পাত সকুৱাই দিছিলা। এই দৰে তুমি মোৰ প্ৰতি যি চেনেহ দেখুৱাইছা, তাৰ প্ৰতিদান স্বৰূপে তোমাক মই ঋষি-জ্ঞান দিলোঁ। ইয়াৰ ফলত স্বাভাৱিকভাৱেই সকলো প্ৰাণীৰ ভাষাত তোমাৰ বিশেষ জ্ঞান জন্মিব। সকলো প্ৰাণীৰ তোমাৰ প্ৰতি সমদৃষ্টি, সমপ্ৰীতি জন্মিব। এইপথেদিয়েই তুমি লাভ কৰিবা জীৱন্মুক্তি।' তেতিয়াৰে পৰা মই অগস্ত্যমুনি কথিত শক্তি লাভ কৰি নিৰ্ভয়ে আৰু নিৰ্ভাৱনাই জীৱন্মুক্ত হৈ জীয়াই আছোঁ।' এই দৰে নিমগছে তেওঁৰ জীৱন কাহিনী সমাপ্ত কৰিলে।

মই তেওঁক সাষ্টাঙ্গে প্ৰণাম কৰিলোঁ। তেওঁ মোক সুধিলে—'তোমাক কি লাগে?

মই প্ৰাৰ্থনা জনালোঁ—'তোমাৰ গুৰু যেনেকৈ অগস্ত্য মুনি, তুমিও তেনেকৈয়ে মোৰ গুৰু। সেই মুনিবৰে তোমাক কৃপা কৰি দিছে 'জীৱন্মুক্তি পদ'। তুমিও মোক সেই দৰে দয়া কৰা।'

নিম গছে ক'লে—'তথাস্তু।'

এনেতে সঁসা সঁচিকৈয়ে মোৰ টোপনি ভাগিল। মই চকু মেলি উঠি থিয় হলোঁ। চাৰিওফালে তেতিয়া চৰাইৰ কাকলি। ভাটৌ, মইনা, টিয়া আদি ৰং বিৰঙৰ বিভিন্ন চৰাই উড়ি উড়ি কোৰ্হাল কৰি ধেমালি কৰিছে। কেৰ্কেটুৱা আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰাণীবোৰে লৰি-ঢাপৰি, খেদাখেদি কৰিছে।

সমস্ত প্ৰাণীজগৎ যেন পোহৰৰ সাগৰত সাঁতুৰি-নাদুৰি খলক লগাইছে। পাতৰ আঁৰত কুলি চৰায়ে মাতিছে—কুলি চৰাইটোৱে মাতিছে—কুউ··· কুউ···কুউ—ৰাধা অ'! কুলি চৰাই জনীয়ে গাইছে—কুউ···কুউ···কুউ —ৰাধাকৃষ্ণ···কৃষ্ণ, কৃষ্ণ... ।'

নিমগছৰ সেউজীয়া পাতবোৰত ৰ'দৰ পোহৰ পৰি তিৰবিৰাই বতাহত ঢৌ খেলিছে। বিস্ময়াভিভূত হৈ মই ভাবিলোঁ—এয়া কি অদ্ভুত সপোন! ইতিমধ্যে ৰ'দ টান হৈ আহিছে, মোৰ ভোকত পেটে কলমলাই উঠিছে। নিমগছ জোপালৈ প্ৰণাম জনাই মই ঘৰমুখে খোজ ললোঁ।

# কান্তামণি

আদহীয়া তিৰোতা জনীয়ে সুধিলে—'কান্তামণি, তোমাৰ দেউতাৰাৰ নাম কি ?'

কথা-বতৰা হৈছিল নাদ এটাৰ পাৰত। অহ কালিৰ পুৱা! আকাশত কেঁচা বেলিৰ কিৰণ। আগত ওখ পাহাৰ, সেউজীয়া গছ। গৰু-গাই, মানুহ দুনুহ, কেইটামান গাধা। ৰ'দৰ পোহৰ গৈ য'তই পৰেগৈ, সেয়েই তিৰবিৰাই জিলিকি সুন্দৰ হৈ পৰে—কৈছিল এজন ইংৰাজ কবিয়ে। চকুত কিন্তু যি কোনো বস্তুৰেই যি কোনো সময়তে সুন্দৰ হৈ পৰে। ৰাতিপুৱা মানুহে দিনটোৰ কামলৈ জাগি উঠে বাবেই পৃথিৱী তেতিয়া খুব আনন্দ ময়।

বাগিচাৰ মাজত এটি নাদ। সেই বাগিচাত কেইঝাৰমান কৰবী ফুলৰ গছ, কেইজোপামান মল্লিকা আৰু গোলাপ। ওচৰৰ ৰাস্তাৰ দাঁতিৰ ঘৰবোৰৰ তিৰোতা বোৰে পানী লৈ যায় এই নাদৰ পৰা।

এই গল্পৰ যিদিনা আৰম্ভণি, সেইদিনা কান্তামণি আৰু আদহীয়া তিৰোতাজনীৰ বাহিৰে এজন বুঢ়া চানেকিয়া কণাই নিজেই পানী তুলি গা ধুইছিল। মানুহ জনৰ নাম পাৰ্থসাৰথি আয়েঙ্গাৰ। কাম কৰে পুলিচ বিভাগত। সম্প্ৰতি চাকৰিৰ পৰা অৱসৰ লৈ এই গাঁৱলৈ আহিছে যাতে ৰামনাম লৈ জীৱনৰ বাকী দিনবোৰ পাৰ কৰিব পাৰে। আদহীয়া পাৰ্থ সাৰথিয়ে আদহীয়া তিৰোতাজনীক বেছ মনোযোগ দি লক্ষ্য কৰিছিল।

নাদৰ কাষতে এখন সৰু দেৱাল। দেৱালৰ সিপাৰে নিম গছৰ বাগিচা। তাত ভালেমান বনদৰব, ঔষধিৰ গছ আছে। মোক এজন স্বামীজীয়ে কৈছিল যে, সেই বন দৰবৰ গছবোৰৰ ভিতৰত এনে কিছুমান ছাল-বাকলি-শিপা পোৱা যায় যি বোৰে ভোক লগাব পাৰে। সৰু সৰু চৰাইবোৰে আকাশত গান গাইছিল।

উন্মুক্ত শূন্যত শব্দৰ নাচোন। সম্মুখত কান্তামণিৰ দিব্য বিগ্ৰহ।

আদহীয়া তিৰোতাই কান্তামণিক সুধিলে—'তোমাৰ দেউতাৰাৰ নাম কি ?'

'মোৰ দেউতাৰ নাম পাৰ্থসাৰথি আয়েঙ্গাৰ। তিৰোতাজনীয়ে পাৰ্থ সাৰথিলৈ চকু ঘূৰাই চালে। তেঁওৰ দৃষ্টিত পাৰ্থ সাৰথিৰ হাত-ভৰি যেন শিয়ৰি উঠিল। তেওঁৰ মুখ আৰু মূৰ নব্বৈ বছৰীয়া বুঢ়াৰ দৰে শোটোৱা পৰা আৰু বগা হলেও দেহৰ মজপুত গঠনৰ পৰা ভাব হয় যেন ওঠৰ বছৰীয়া সৈনিক। বাঘ চিকাৰতো বেছ অভিজ্ঞ।

এনেহেন পাৰ্থ সাৰথি আয়েঙ্গাৰ সামান্য এজনী আদহীয়া তিৰোতাৰ চকুৰ আগত এইদৰে থতমত খাই ৰৈ থকা দেখি মই আচৰিত হলোঁ।

তিৰোতাজনীয়ে পাৰ্থসাৰথিৰ ফাললৈ আঙুলি টোঁৱাই কান্তামণিক সুধিলে—'এইজনেই তোমাৰ দেউতাৰ নেকি? কান্তামণিয়ে কথাষাৰ অস্বীকাৰ কৰাৰ ভঙ্গীত হাত লৰাই ক'লে—'নহয়, নহয়। এওঁ মোৰ দেউতা নহয়। এওঁ তো চুলি পকা বুঢ়া। মোৰ দেউতা তেনেই সৰু।'

মানুহজনীয়ে কান্তামণিৰ পাৰিবাৰিক অৱস্থা সম্পৰ্কে পেঘেনিয়াই পেঘেনিয়াই ভালেমান প্ৰশ্ন কৰিলে। জনা গ'ল যে, কান্তামণিৰ তিনিজনী বাই-ভনী। ল'ৰা নাই বুলি বাপেকৰ মনত বৰ দুখ। কিন্তু কি আৰু কৰিব? বিষ্ণুৰ কৃপা বিনা তো আৰু দুখ মোচন নহয়। দেউতাই বহুত জ্যোতিষ চোৱাইছে। এজন জ্যোতিষীয়ে কৈছে—কান্তামণিৰ মাকৰ গৰ্ভত ল'ৰা হোৱাৰ আশা নাই। সেয়ে কান্তামণিৰ দেউতাকে অহা মাহত মন্নাৰ কোৱিললৈ যাব—এজনী ছোৱালীক দ্বিতীয় পক্ষৰ স্ত্ৰীৰূপে লৈ আনিবৰ বাবে। দিন-বাৰ, লগ্ন সকলো ঠিক হৈ আছে।

কান্তামণি আৰু তিৰোতাজনীৰ মাজত এইদৰে আৰু কিমান কথা হৈছিল! মোৰ দৃষ্টি নিবদ্ধ আছিল পাৰ্থসাৰথি আয়েঙ্গাৰৰ ওপৰত। কান্তামণিক মই এই প্ৰথম দেখিলোঁ। কিন্তু পাৰ্থসাৰথিকো জানো আৰু সেই তিৰোতাজনীকো জানো। মানুহজনী আয়েঙ্গাৰ বংশৰ নহয়। স্মাৰ্ত বংশৰ। গাঁও বুঢ়াৰ সৰু ভনীয়েক। শুনিছোঁ সেই আদহীয়া তিৰোতাজনী আৰু পাৰ্থসাৰথিৰ মাজত শৈশৱত খুবেই ভাল পোৱা হৈছিল। এই লৈ দুই পৰিয়ালৰ মাজত বহুতো কাজিয়া-পেচাল, যুঁজ হয় আৰু এবাৰ এখন যুঁজত এটা প্ৰবল আঘাত পাই পাৰ্থসাৰথিৰ এটা চকু কণা হৈ যায়। এই বোৰ কথা মনত পৰি আৰু কান্তামণি আৰু তিৰোতাজনীৰ কথা-বতৰা শুনি শুনি আয়েঙ্গাৰৰ মুখলৈ চাই কথাটো ফটফটীয়া হৈ আহিল।

এনেতে তালৈ আহিল এটি মালয়ালী ল'ৰা। কুৰি বছৰমান বয়স হ'ব। খুচুৰা হিং বিক্ৰি কৰি ফুৰে। এওঁক ইয়াৰ আগতেও কেইবাবাৰো হিং বিক্ৰি কৰি ফুৰা দেখিছোঁ। ল'ৰাটি দেখনিয়াৰ। ক'লা চকু, দীঘলীয়া নাক, কেঁকোৰা ঢৌ খেলা চুলি—দেখি মোৰে ভোল যোৱাৰ অৱস্থা।

ল'ৰাটি নাদৰ কাষলৈ আহি মানুহজনীক পানী খাবলৈ খুজিলে। কান্তা-মণিয়ে ল'ৰাটি দেখি যেন কঁপি কঁপি উঠিছে—মন কৰিলোঁ। ল'ৰাটোৱেও কান্তামণিলৈ চাইছিল— কান্তামণিৰ কাষৰ পানীভৰা পিতলৰ ঘাগৰি পিছলি পৰিল। কান্তামণিয়ে ঘাগৰি বুটলি লৈ আক্ষেপৰ সুৰত ক'লে—হায় হায়! 'মই এতিয়া কি কৰিম—কলহটো কিমান পোটোকা পৰিল! মাই আজি মোক শেষ কৰিব।'

কান্তামণিৰো অলপ ইতিহাস আছে। সেই কথা পিছতহে জানিছোঁ। কান্তামণিৰ দেউতাক পাৰ্থসাৰথি আয়েঙ্গাৰে বহুদিনা কেৰেলাত চাকৰি কৰিছিল। তাত তেনেই সৰু কালৰ পৰাই কান্তামণি আৰু মালয়ালী ল'ৰাটোৰ মাজত ভালপোৱা হৈছিল। আয়েঙ্গাৰে টকা-পইচাৰ লোভত কান্তামণিক বিয়া দিয়া মানুহজন হ'ল—পেন্সনপ্ৰাপ্ত ডেপুটি কলেক্টৰ আৰু কুন্তলা-পুৰমৰ জমিদাৰ শ্ৰীনিবাসাচাৰ্য, আৰু তেওঁৰ বয়স এতিয়া পচপন্ন বছৰ। কান্তামণি শ্ৰীনিবাসৰ লগত ঘৰ কৰিবলৈ একোতেই মান্তি নহ'ল।

কলহটো কাষত দাঙি লৈ কান্তামণিয়ে ক'লে—মা-ই আজি মোক খুব গালি পাৰিব। মই এতিয়া কি কৰোঁ!' এই বুলি তাই উচুপিবলৈ আৰম্ভ কৰিলে। কান্তামণিৰ মাক-বাপেক আহি যি ঠাইত উঠিছে, ছোৱালীজনী তালৈ নগৈ গাঁৱৰ পশ্চিমফালে পোনে পোনে নৈৰ পাৰলৈ গ'ল। তিৰোতা-জনীৰ হাতৰ পানী খাই পিয়াহ পলুৱাই মালয়ালী ল'ৰাটোও সেই নৈৰ ফাললৈ আগ বঢ়ি গ'ল। ইতিমধ্যে মোৰ সন্ধ্যাপূজাৰ সময় হোৱাত মই নাদৰ পাৰৰ পৰা ঘৰলৈ আহিলোঁ। সেইদিনা সন্ধিয়া গাঁৱৰ শিক্ষক সুন্দৰ শাস্ত্ৰী আমাৰ ঘৰলৈ আহিল। আহিয়েই আৰম্ভ কৰিলে—'কথাবাৰ শুনিছেনে? অতি আচৰিত! অতি আচৰিত!' এই বুলি প্ৰায় চিঞৰিবলৈকে ধৰিলে।

মই সুধিলোঁ—'কি নো আচৰিত কথা হ'ল? ঘটনাটো কোৱাৰ পিছত আচৰিত আচৰিত বুলি চিঞৰ-বাখৰ লগালে মোৰ পক্ষে অলপ সুবিধা হয়।' সুন্দৰ শাস্ত্ৰীয়ে ক'লে—'সেই যে পাৰ্থসাৰথি আয়েঙ্গাৰ?

ধৰম শালাত আহি উঠিছিল নহয়? তেওঁ এজনী জীয়েকো লগত লৈ আহিছিল। ছোৱালীজনী হেনো বৰ ধুনীয়া। তিলোত্তমা, ৰম্ভা……এওঁলোক সকলো হেনো, তেওঁৰ ভৰিৰ তলুৱাৰ হে যোগ্য। তাইৰ নাম কান্তামণি। ক'বলৈ গলে জিভাৰ পানী ওলায়। —কান্তামণি, কান্তামণি—কি সুন্দৰ নাম! একেবাৰে ৰস বৈ পৰে।'

সুন্দৰ শাস্ত্রীয়ে এইদৰে বকিয়ে গৈ আছিল। মই মাজতে ৰখাই সুধিলোঁ—'তাৰ পিছৰ কথা কোৱাঁ।' সুন্দৰ শাস্ত্রীয়ে আকৌ মুখ মেলিলে, 'সেই কান্তামণিক বোলে বিচাৰি পোৱা নাই! গোটেই পুৱাবেলাটো বিচাৰি হায়ৰাণ। এইমাত্র অম্বাসমুদ্রমৰ পৰা এখন টেলিগ্রাম আহিছে—আজি আবেলি তিনিটা বজাত কান্তামণি আৰু এজন মালয়ালী ল'ৰাই গীৰ্জালৈ গৈ বিয়া কৰি পেলাইছে।'

কেইদিন মানৰ পিছতে আৰু এটি আচৰিত ঘটনা।—পকাচুলীয়া পাৰ্থসাৰথি আৰু নাদৰ পাৰত দেখা আদহীয়া তিৰোতাজনী ৰেঙুনলৈ পলাই গৈছে। তাত হেনো তেঁওলোকে স্বামী-স্ত্রী ৰূপে বাস কৰিছেগৈ।

# উজ্জয়িনী

'প্ৰিয়তম, আমি শক্তিধৰ্ম গ্ৰহণ কৰিছোঁ। তুমি আমাৰ শক্তি। তুমি গুচি গলে মইও মৰণৰ কোলাত আশ্ৰয় লম!' এই কথা ৰজা বিক্ৰমাদিত্যই তেওঁৰ পৰিণীতা স্ত্ৰী শ্ৰীমুখী দেৱীক ক'লে। শ্ৰীমুখীয়ে উত্তৰ দিলে:— উৰ্জ্জয়িনীৰ মহাকালীৰ অনুগ্ৰহত তোমাৰ পৰমায়ু হেজাৰ বছৰ। মোৰ তাতকৈ এবছৰ কম অৰ্থাৎ ৯৯৯। হুমুনিয়াহ পেলাই বিক্ৰমাদিত্যই ক'লে: মোৰও তেনেহলে ন-শ নিৰানবৈ।' শ্ৰীমুখীয়ে ক'লে: প্ৰিয়, তুমি মোৰ কুমাৰ, মোৰ কথা শুনা। ধৰ্ম সৃষ্টি হয় নাৰীৰ হাতত। ব্ৰত, তপস্যা, পূজা, আহাৰ গৃহ, বিদ্যালয় সকলোবোৰেই সৃষ্টি কৰিছে নাৰীয়ে। নাৰী মাতৃ। নাৰীক অৰ্দ্ধাঙ্গিনী বুলি নাভাবি নিজকে নাৰীৰ অৰ্দ্ধাঙ্গ ৰূপ বুলি ভাবিবা। পুৰুষে বহুকাল ধৰি ওলোটা কথা কৈ আহিছে। নাৰীয়ে সেয়ে প্ৰতিশোধ লয়। আৰু পুৰুষৰ ওপৰত প্ৰতিশোধ লবলৈ গৈ নিজেও সেই দুখতে মৰে।

শিৱ অৰ্দ্ধ, শক্তি অৰ্দ্ধ—পুৰুষে যেতিয়া এইভাৱে ৰমণীক স্বীকাৰ কৰিব, তেতিয়াই পুৰুষৰ শক্তি সিদ্ধি। কলিযুগৰ শেষত সেয়ে ঘটিব, পৰিপূৰ্ণ ৰূপে।

বিক্ৰমাদিত্যই সুধিলে: 'আমাৰ মহাকালী দেৱীৰ নাম কি?'

শ্ৰীমুখীয়ে উত্তৰ দিলে: 'মহাকালী দেৱীৰ নাম নিত্যকল্যাণী উজ্জয়িনী।'

বিক্ৰমাদিত্যই সুধিলে: 'ইয়াৰ সাক্ষী কোন কোন?'

শ্ৰীমুখীয়ে ক'লে: 'ইয়াৰ সাক্ষী দেৱতাসকল, পঞ্চভূত, মানুহ, পশু-পক্ষী, পোক-পৰুৱা। আৰু সাক্ষী হ'ল—স্বয়ং মহাকালী।'

'বেছ' বুলি বিক্ৰমাদিত্য শান্ত হ'ল পাছদিনা পুৱা দুয়োজনাই উপস্থিত হ'লগৈ মহাকালীৰ মন্দিৰত। তাত দেৱীৰ শিৰত হীৰাৰ আখৰেৰে লিখা আছে—' নিত্য কল্যাণী উজ্জয়িনী।'

স্বামীজীয়ে আনন্দ মনেৰে পূজা সম্পন্ন কৰিলে।

পাছদিনা বিক্ৰমাদিত্যই তেওঁৰ প্ৰাসাদত এটি স্বৰ্ণস্তম্ভ নিৰ্মাণ কৰাই তাৰ ওপৰত লিখাই থলে ঃ ‘নাৰীক যি ৰক্ষা কৰে, তেঁও নিজৰ চকুক ৰক্ষা কৰে। নাৰী মা। বন্দে মাতৰম্ !’

উল্লিখিত কাহিনী কোৱা হৈছে শাক্ত শাস্ত্রত। লোকহিতাৰ্থে মই তাক ইয়াত প্ৰকাশ কৰিলোঁ।

# সাগৰ

এদিন আবেলি বেদপুৰমৰ সাগৰৰ পাৰৰ এক নিজান ঠাইলৈ গৈ বালিৰ শয্যাত শুই পৰিলোঁ। আৰু গোটেই দিনৰ ক্লান্তিৰ ফলত তাতেই টোপনি গলোঁ। সেই টোপনিতে মই যি সপোন দেখিছিলোঁ তাৰেই বৰ্ণনা দিয়া হ'ল।

সাগৰৰ মাজত এটা দ্বীপ। দ্বীপৰ মাজত ৰাজপ্ৰাসাদৰ কাষতেই এখনি মনোৰম উদ্যান। উদ্যানৰ মাজত কুলু কুলু সুৰেৰে বৈ যোৱা এটি জুৰি। জুৰৰি ঘাঁহ-বনে ঢাকি থোৱা পাৰতে এজনী ষোল বছৰীয়া কুমাৰী ছোৱালী বহি আছে। তেওঁ মোক দেখিয়েই ৰাজমহলৰ ভিতৰলৈ সোমাই গ'ল। মইও তেওঁৰ পাছে পাছে গলোঁ। বাটৰ মাজতে এটা প্ৰকাণ্ড সাপ। মোক দেখি ফেঁট তুলি খুঁটিবলৈ খেদি আহিল। মই লৰ মাৰিলোঁ। সাপটোৱেও পিছে পিছে খেদি গ'ল। লৰি লৰি সাগৰৰ পাৰ পালোঁগৈ। সাপটোও একেবাৰে কাষ পালেহি। নিৰুপায় হৈ সাগৰৰ পানীলৈ জপিয়াই দিলোঁ। ধুমুহা বতাহ। প্ৰচণ্ড ঢৌ। এটা ঢৌৱে মোক তিনিজোপামান তালগছৰ সমান ওখলৈ দাঙি নিলে আৰু আন এটাই সেই দৰেই সিমান তললৈ লৈ গ'ল। কোনো ৰকমে সেই ঢৌৰ পৰা বাঁচি থাকিলোঁ। ভালেখিনি সময়ৰ পিছত ঢৌ বোৰ শান্ত হ'ল। কিন্তু সাঁতোৰৰ বিৰাম নাই। সাঁতুৰি গৈ আছোঁ পাৰৰ চিন-মোকাম নাই। হাত ভৰি অৱশ হৈ পৰিল। সাঁতুৰিবলৈ আৰু বল নাইকিয়া হ'ল। কুল দেৱতাৰ নাম জপ কৰিলোঁ। এনেতে নাও বাই বাই এজন বুঢ়া কাষ চাপি আহিল। মই কলোঁ—'ককাই, মোক তোমাৰ নাৱতে তুলি লোৱা, ধুমুহাত পৰি মই বৰ ক্লান্ত।' তেওঁ মোক তেওঁৰ নাৱত তুলি ললে। নাও বাই বাই সাগৰৰ ওপৰেদি গৈ আছোঁ। বাট যেন শেষেই নহ'ব। মই সুধিলোঁ—'ককাই, পাৰ পাবলৈ আৰু কিমান সময় লাগিব?' উত্তৰত বুঢ়াই মোক অলপ পিঠাগুড়ি আৰু পানী খাবলৈ দিলে। তাকে খাই ভাগৰত সেইদৰেই চকু মুদিলোঁ। সপোনতে আকৌ টোপনি। ভাগৰ পলালত আকৌ চকু মেলি চালোঁ।—সৌৱা পাৰ দেখা গৈছে। বুঢ়াই মোক পাৰতে নমাই থৈ আকৌ সাগৰৰ ফালে গুচি গ'ল।

মই তেওঁক কেইটামান প্ৰশ্ন সুধিছিলোঁ। তেওঁ এটা প্ৰশ্নৰো উত্তৰ নিদিলে। চকুৰে মনালৈকে তেওঁৰ নাৱৰ ফালে চাই থাকিলোঁ। আকৌ সেই দ্বীপৰ মাজেদি অলপ দূৰ আগ বাঢ়োঁতেই সেই আগৰ ৰাজপ্ৰাসাদ। সেই প্ৰাসাদৰ কাষতে সু-সজ্জিত উদ্যান আৰু সেই জুৰি। আৰু সেই ছোৱালীজনীও আগৰদৰেই ঘাঁহ-বনেৰে ভৰা পাৰত বহি আছে। মোক দেখা মাত্ৰকে আগৰবাৰৰ দৰে এইবাৰো তেওঁ ঘৰটো লক্ষ্য কৰি লৰি গ'ল। কিন্তু মই এইবাৰ নগলোঁ। যোৱা হলে হয়তো আগৰ দৰেই বাটতে সাপটো লগ পাম। সাগৰ কথা মনত পৰিলতে মই ভয়তে সাগৰৰ পাৰৰ ফালে আকৌ লৰ ধৰিলোঁ। লৰি লৰি মাজে মাজে পিছলৈ ঘূৰি চাওঁ, সাপটোৱে খেদি আহিছে নেকি। নাই, নাই অহা পাৰলৈ আহি প্ৰথম চিন্তা হ'ল, যেনেকৈয়ে হওক, এই দ্বীপৰ পৰা গুচি যাব লাগিব। কিন্তু পাছ মুহূৰ্ততে দ্বিতীয় চিন্তা—যোৱাৰ আগতে জানিব পাৰিলে বেয়া নহয়—ছোৱালী জনীনো কোন।

ভোক-পিয়াহত জীৱ যাওঁ যাওঁ। ইফালেসিফালে ঘূৰি ভোক-পিয়াহ মাৰিবৰ কিবা উপায় পাওঁনেকি চালোঁ। পাৰে পাৰে ভালেখিনি বাট যোৱাৰ পিছত এটি জুপুৰি পালোঁ। জুপুৰিৰ ভিতৰ সোমালোঁ, মুৰুগন মূৰ্তি। মূৰ্তিৰ সমুখত কলপাতত ভাত-আঞ্জা, পায়স আদি নানান খোৱা-বস্তু। কলহত পানী। কাষতে ফুল চন্দন আদি পূজাৰ সামগ্ৰী সজাই থোৱা আছে। ভোকত তত হেৰুৱাই প্ৰথমেই ঠিক কৰিলোঁ খোৱা বস্তু বোৰৰ সদ্ব্যৱহাৰ কৰা যাওক। পিছে ভাবি চালোঁ, হয়তো পূৰ্বজন্মত কিবা পাপ কৰিছিলোঁ হ'বপায়। সেয়ে এই জন্মত এই দ্বীপলৈ আহিব লগা হ'ল—ইমান দুখ হ'ল। কোনোবা মহাপুৰুষে হয়তো দেৱতাৰ পূজাৰ বাবে এই সকলো বোৰ সজাই থৈছে। এতিয়া পেটৰ পোৰণিত সেইসব দ্ৰব্য আত্মসাৎ কৰি আকৌ পাপ অৰ্জন কৰিম নে ? থিৰ কৰিলোঁ—'নাই, এনে কাম কৰা উচিত নহ'ব। কিন্তু ইফালে পেটেও নসহে। ভাবিলোঁ—ময়েই দেৱতাৰ পূজা কৰি নৈবেদ্য প্ৰভৃতি যথোচিত ভাৱে উচৰ্গা কৰি তাৰ পিছত ভগৱানৰ প্ৰসাদ লম। এতিয়া গাটো তিয়াবৰ বাবে পানী বিচাৰিব লাগে। ঘূৰি-পকি গৈ এটা পুখুৰীৰ পাৰ পালোঁগৈ। পুখুৰীত গা ধুই সন্ধ্যা আৰতি শেষ কৰি আকৌ জুপুৰিলৈ গৈ দেখোঁ—তাত কেৱল দেৱতাৰ

মূৰ্তিহে আছে। ভাত-আঞ্জা, পায়স, পানী, ফুল, চন্দন আদি একেবাৰেই নাই।

পেটৰ পোৰণিত ৰ'ব নোৱাৰি আৰ্তকণ্ঠে প্ৰাৰ্থনা কৰিলোঁ—'হে প্ৰভু, বেদপুৰী পায়েই তোমাক তেত্ৰিছটি নাৰিকল দি পূজা কৰিম। মোক এই বিপদৰ দিনত জানো অকণমান সহায় নকৰিবা ?'

এই প্ৰাৰ্থনাৰ পিছত মনৰ ভিতৰত যেন কিবা খেলি-মেলি লাগিল। ঘটনাৰ আঁতি-গুৰি মোৰ মনত নাই। আকৌ দেখিলোঁ—মই সাগৰৰ ঢৌৰ ওপৰত ভাহি আছোঁ। এনে ভাব হ'ল যেন মহাপ্ৰলয় হৈছে। হাত-ভুখন কোঙা হৈ গৈছে। চকুৰে ধোঁৱা-কোৱা দেখিছোঁ। অচেতন হৈ গৈছোঁ। বতাহে ইমান প্ৰচণ্ডভাৱে গৰ্জন কৰিব লাগিছে যেন সমুদ্ৰ আজি শেষ হৈ যাব। মোৰ দেহাটো লৈ সাগৰৰ ঢৌ বোৰে ধুপ খেলিছে। ভাব হ'ল, যমৰজাই আজি মোৰ জীৱনটো লৈ হেতালি খেলিছে। তেতিয়া আকৌ কুল দেৱতাৰ নাম সুঁৱৰি গণেশৰ উদ্দেশ্যে কলোঁ—'হে বিনায়ক, মোক বেদপুৰম্, পোৱাই দিলে তোমাৰ সেৱাত তিনি হেজাৰ নাৰিকল আগ বঢ়াম। ৰক্ষা কৰা, ৰক্ষা কৰা প্ৰভু!' মই মোৰ অজানিতে এইদৰে চিঞৰি উঠিলোঁ। অলপ সময়ৰ ভিতৰতে ধুমুহা বন্ধ হ'ল আৰু সেই ঠাইলৈ নাও এখন আহিল। সেই নাৱৰ ৰূপ বৰ্ণনা কৰা অসম্ভৱ। সম্মুখৰ ভাগ ময়ূৰৰ দৰে। সোণবৰণীয়া ৰাজহংসৰ দৰে সাঁতুৰি সাঁতুৰি নাওখন লাহে লাহে আহি মোৰ ওচৰ পালে। দেখিলোঁ নাৱত বহি আছে এজন বীৰপুৰুষ। তেওঁৰ মুখৰ জ্যোতি অগ্নিশিখাৰ দৰে জ্বল মল কৰি আছে। নাওখন দেখিয়েই মই হাত-যোৰ কৰিলোঁ। তেতিয়া সেই বীৰপুৰুষ জনাই নাৱৰীয়াক মোক নাৱত তুলি লবলৈ আদেশ দিলে। মোক তোলা হ'ল। কি আচৰিত! নাৱত উঠাৰ লগে লগে দেহ আৰু মনৰ সকলো দুখ-কষ্ট' নাইকিয়া হ'ল। নাৱৰ সেই বীৰপুৰুষ আৰু আন কোনো নহয়। স্বয়ং শূলপাণি দেৱ মুৰুগণ। চকু মেলি দেখোঁ—বেদপুৰমৰ সাগৰপাৰ, আবেলি, মই বালিৰ শয্যাত শুই আছোঁ।

পতিয়ন নগলোঁ। চকু মোহাৰি আকৌ ভালকৈ চালোঁ। বুজিলোঁ—দ্বীপ, ধুমুহা আদি সকলোবোৰ সপোন, দ্বীপৰ মাজত মোক দেখি পলাই যোৱা ছোৱালী জনীৰ চেহেৰা এতিয়াও মোৰ চকুৰ আগত ভাহি আছে।

বেদপুৰমত এজন মৌন সন্ন্যাসী আছে। তেওঁক মই মোৰ সপোনৰ সমুদায় বৃত্তান্ত জনালোঁ। সেই ছোৱালীজনীৰ কথাও সুধিলোঁ। তেওঁ ক'লে -তুমি নাজানা তোমাক কোনে ৰক্ষা কৰিছে। সেই ছোৱালীজনীয়ে তোমাক মৰম কৰে। দ্বিতীয়বাৰ নাৱত আবিৰ্ভূত বীৰপুৰুষজনাৰ হাতত যাঠি দেখিছিলা? সেই যাঠি পাটেই তোমাৰ চকুত ছোৱালী যেন লাগিছিল। তোমাক চিন্তাৰ সাগৰত পেলাই দিয়া সেই ছোৱালী জনীয়েই পিছত যাঠিৰূপে আবিৰ্ভূতা হৈ তোমাক ৰক্ষা কৰে। বুজিলোঁ, শক্তিয়েই হ'ল যাঠি আৰু শক্তিয়েই প্ৰাণৰ শুভ সঙ্গী। শীঘ্ৰেই ভাল দিন চাই বেদপুৰমৰ গণেশ দেৱতাক তিনিহেজাৰ তিনিশ নাৰিকল দি পূজা কৰিবলৈ মনে মনে সংকল্প কৰিলোঁ।

# তৰোৱালৰ যুদ্ধ

পুহ মাহৰ শেষ সপ্তাহ। বেছ জাৰ পৰিছে। তাতে বেদপুৰমৰ দৰে সাগৰৰ পাৰ। খুব ঠাণ্ডা। এদিন ৰাতি ঠাণ্ডাৰ ভয়ত মই স্বাস্থ্য বিজ্ঞানলৈ আওকাণ কৰি মোৰ কোঠাৰ চাৰিওখন খিৰিকী আৰু দুৱাৰ – সব বন্ধ কৰি শুই আছিলোঁ।

পুৱা দ্বিতীয় প্ৰহৰত চকু মেলিলোঁ। ঠাণ্ডাৰ ভয়ত পলমকৈয়ে শুই উঠোঁ। হিৰ হিৰ কৈ উত্তৰৰ চেঁচা বতাহ বলিছে। উত্তৰ ফালৰ খিৰিকীৰ পাত বতাহৰ হেঁচাত কেতিয়ানো মেল খাই গ'ল ক'বই নোৱাৰোঁ। উঠি গৈ খিৰিকী খন যে বন্ধ কৰি দিওঁ তালৈকো এলাহ লাগিছে। এই হাড় কঁপোৱা জাৰত কাৰ নো লেপৰ উম এৰি গৈ খিৰিকী বন্ধ কৰিবলৈ মন যায়। ইতিমধ্যে বৰষুণ পৰিবলৈ ধৰিছে। বেছ জোৰ বৰষুণ। বৰষুণ আৰু বতাহৰ কোবত হাড়লৈকে কঁপনি উঠিছে। প্ৰাণৰ মায়া ত্যাগ কৰি মৰসাহ কৰি খিৰিকীখন জপাবলৈ বুলি থিয় হলোঁ।

এনেতে গান গাই গাই আহিল এজন শৈৱ সন্ন্যাসী। এহাতত কাঁহ আৰু আনহাতত শঙ্খ। বছৰি পুহ মাহত বেদপুৰমৰ বাটে বাটে শৈৱসঙ্গীত 'তিৰুবাচকম্' গাই গাই মাজনিশা ঘূৰি ফুৰে 'বল্লুবন'। গানৰ লগে লগে কাঁহ বজায়। মাজে মাজে গান বন্ধ কৰি শঙ্খধ্বনি কৰে। প্ৰথমে সিমান মন কৰা নাছিলোঁ। অলপ পিছত এনে লাগিল – মানুহজনৰ কণ্ঠ বৰ সুৱদী। কিন্তু এয়াতো পুৰণা 'বল্লুবন'ৰ কণ্ঠ নহয়। এয়া নিশ্চয় নতুন কোনোবাহে হ'ব। এই বুলি ভাবি মই খিৰিকীৰ কাষলৈ গৈ থিয় হৈ ৰ'লোঁ। ধাৰ নিছিগা বৰষুণ। সিমান পৰে মোৰ হাত-ভৰিত টেটুৱে ধৰিছে।

কিন্তু সেই শৈৱ সন্ন্যাসী ? বসন্ত কালৰ আবেলি ৰাজকোঁৱৰে ফুলনিত পৰিভ্ৰমণ কৰাৰ দৰে সেই মানুহজনেও এই পুহ মহীয়া জাৰ আৰু বৰষুণতো অপ্ৰয়াসে আহি আছে। আৰু ব্ৰহ্মানন্দত মগ্ন হৈ 'তিৰু বাচকম'ৰ পদ গাইছে ঃ

'ভুজঙ্গ ভূষিণ দেহ, বিভূতি চৰ্চিত ভাল—মুখত তেঁওৰ বেদবাণী।'

"পুসুৰতুম বেন্নীৰু, পূনবতুবুম পোঁগৰবম্

পেচুবতুম তিৰুবায়াল, মৰৈ পোলুম্ কানেডি।'

তেওঁৰ এই গান মই আজিও পাহৰিব পৰা নাই। যেনে সুৰ তেনে কণ্ঠ। ই যেন মনুষ্য গীত নহয় দেবদুৰ্লভ গীত। চিঞৰি উঠিলোঁ—'হে সন্ন্যাসী বাবা! ৰ'বা।' তেওঁ ৰ'ল। মই সুধিলোঁ—'তুমি তো বোধহয় যোৱাবছৰ শ্ৰীদেৱজাগৰণৰ সঙ্গীত গোৱা নাছিলা? তুমি কোন? তেওঁ ক'লে—'যোৱা বছৰ গান গোৱা মানুহজনৰ ল'ৰাহে মই। মই গোৱা গানটোৰ নাম তিৰুচ্চালম অৰ্থাৎ.........।' বুজিলোঁ মানুহজনে বেছি কথা কয়। তেওঁক বাধা দি সুধিলোঁ—তোমাৰ নাম কি?' তেওঁ ক'লে—'মোৰ নাম নেট্টেই মাডন।' কলোঁ—'ভাল তেনে যোৱাঁ।' তেওঁ তুখোজমান গৈ আকৌ ঘূৰি আহি সুধিলে—'ডাঙৰীয়া, আপোনাৰ নাম কি?'

কলোঁ—'মোৰ নাম কালিদাস।'

তেওঁ বৰ নম্ৰভাবে সুধিলে—'অ'! আলোচনীত যে লিখে—সেই-জনেই নেকি? সেই কালিদাসেই নেকি আপুনি? এইবাৰ মোৰ আচৰিত হ'বৰ পাল। মানুহজনে দেখোন আলোচনী-চালোচনীও পঢ়ে। মনে মনে এই কথা ভাবি সুধিলোঁ---'নেটেই মাডন! তুমি গান শিকিলা কাৰ পৰা তুমি ক'ত ডাঙৰ হৈছিলা?' তেতিয়া নেট্টেই মাডনে ক'লে, 'ডঙৰীয়া, মই বৰষুণত তিতি-বুৰি বাহিৰত বৈ আছোঁ। আপুনি ঘৰৰ ভিতৰৰ পৰা মোক বৰ বৰ প্ৰশ্ন সুধিছে। তললৈ নামি আহক। চোতালত বহি কথা-বতৰা হওঁ। ময়ো বহুদিনৰ পৰাই ভাবি আছোঁ, আপোনাক কেইটামান কথা সোধোঁ। নামি আহিবনে?

এওঁনো আকৌ কেনে মানুহ? তেনেই সাধাৰণ লোক নহয় যেন লাগিছে। মনে মনে এই ভাবি তললৈ নামি আহিবলৈ মান্তি হলোঁ। মানুহজন চোতাললৈ আহিল। তেঁওৰ হাতত এটা লণ্ঠন। মইও এটা লণ্ঠন জ্বলাই লৈ তললৈ নামি গলোঁ। চোতালত বহি আমি পৰস্পৰক এবাৰ মূৰৰ পৰা ভৰিলৈকে ভালকৈ চাই ললোঁ।

মানুহজনৰ মূৰ খুৰোৱা, লেৰেলা-কেটেঙা চেহেৰা, কিন্তু বেছ বলী। গাত চোলা-কাপোৰ নাই। উদি। কঁকালত কাপোৰ এডোখৰ আছে। গোটেই গা টোৱেই বৰষুণত তিতি জুৰুলি-জুপুৰি। গাৰ পানী বোৰ মছি পেলাবলৈকো মানুহজনৰ চকু নাই। এই ঠাণ্ডাতো চকুৰে মুখে নিৰ্বিকাৰ

ভাব। তেঁওক দেখিয়েই কিয় জানো হাঁহৰ কথালৈ মনত পাৰিল—তেওঁৰ গতি-ভঙ্গী ৰাজহংসৰ দৰেই। তাৰ বাহিৰেও মানুহজনৰ মুখলৈ চালে বোধ হয় মন্দিৰৰ হংস বাহনৰ দৰেই এওঁৰ মুখতো এক মাধুৰ্য্য আৰু সহিষ্ণুতাৰ ছাপ।

প্ৰথম ময়েই আৰম্ভ কৰিলোঁ - 'বহুদিন ধৰি মোক কি সুধিম বুলি ভাবিছিলা- এতিয়া সুধিব পাৰা।'

নেট্টেই মাডনে কলে—'আচলতে আপোনাৰ লগত কথা-বতৰা হ'বলৈ ইচ্ছা আছিল। আপুনি মোক কথা সুধিব পাৰে—মই উত্তৰ দিম।' মনতে ভাবিলোঁ—'এয়া আকৌ কি আপদ।' মই তেতিয়া সেই আগৰ প্ৰশ্ন কেইটাকে সুধিলোঁ—'তুমি গান শিকিলা ক'ত? ইমান দিন ক'ত আছিলা?'

তেওঁ ক'লে—অৰিবুৰ অঞ্চলৰ ৰঘুনাথ পট্টৰৰ ল'ৰা আঞ্জনেয় পট্টৰৰ ওচৰত মোৰ গানৰ শিক্ষা। ইমানদিন মই তাতেই আছিলোঁ।

মই কলোঁ—'ভাই, তুমি তেনে জাতত 'বল্লুবন্'। আঞ্জনেয় পট্টৰ নামটো ব্ৰাহ্মণ যেন লাগিছে। এনে ধৰণৰ স্পৰ্শদোষৰ ক্ষেত্ৰত তুমি তাত কেনেকৈ গান শিকিলা?'

নেট্টেই মাডনে উত্তৰ দিলে—'আপোনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ গলে মোৰ কাহিনী গুৰিৰ পৰা ক'ব লাগিব। আপোনাৰ জানো সিমান খিনি ধৈৰ্য্য হ'ব। 'শুনিম' বুলি মোৰ সম্মতি জনালোঁ।

নেট্টেই মাডনে তেতিয়া আৰম্ভ কৰিলে 'বছৰ ছাব্বিছৰ আগতে মই আপোনালোকৰ এই বেদপুৰতেই জন্মিছিলোঁ। মোৰ দেউতাই পেটৰ ভাত জোঁটাব নোৱাৰি মোৰ চাৰিবছৰমান বয়সতে মোক এটা চাৰ্কাচ কোম্পানীক বেচি দিলে। সেই কোম্পানীতে নানাৰকমৰ খেল-কচৰৎ দেখুৱাই নাম কৰিলোঁ। ঘূৰি পকি কোম্পানী অৰিবুৰ চহৰ পালেগৈ। তেতিয়া মোৰ বাৰবছৰ বয়স। কোম্পানীৰ মালিক আছিল এজন মাৰাঠী ব্ৰাহ্মণ। তেওঁ মোক খুব মৰম কৰিছিল। অৰিবুৰ পাহাৰী ঠাই। এজন ডাঙৰ জমিদাৰৰ ৰাজধানী। সেই চহৰতে দুমাহ ধৰি চাৰ্কাচ চলিল। আমাৰ মালিক মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ বাও চাহেবে বয়স হৈছে বুলি কোম্পানী ভাঙি দি বিঠোবাৰ তীৰ্থক্ষেত্ৰ পঁঢৰপুৰলৈ গৈ এটা ঘৰ কিনি তাতে হৰিনাম

লৈ শেষ জীৱন টো কটাই দিম বুলি থিৰ কৰিলে। অৰিবুৰৰ জমিদাৰ আৰু ৰাওচাহেবৰ ভিতৰত প্ৰগাঢ় বন্ধুত্ব হ'ল। জমিদাৰ চাহেবে আমাৰ মালিকক এদিন ক'লে যে তৰোৱালৰ যুদ্ধত অভিজ্ঞ কমবয়সীয়া এজন দেহৰক্ষী তেওঁৰ প্ৰয়োজন। মালিকে মোৰ নাম চুপাৰিচ কৰিলে। মোৰ দেউতা আৰু ৰাওচাহেবৰ মাজত চিঠি-পত্ৰৰ যোগাযোগ আছিল। দেউতাই মাজে মাজে খা-খবৰ লৈ বহু ঠাইত মোৰ লগত দেখা কৰি গৈছিল। অৰিবুৰৰ জমিদাৰ চাহেবে ইফালে মোক ৰাজপ্ৰাসাদত থৈ নিজৰ ল'ৰাৰ দৰে লালন-পালন কৰিবলৈ ধৰিলে। মই গান শিকা আঞ্জনেয় পট্টৰ সেই জমিদাৰ চাহেবৰে আশ্ৰিত 'ভাগৱতী' (পাঠক)। ডাঙৰীয়া, মই যোগাভ্যাস জানো। তৰোৱালৰ যুদ্ধতো নাম কৰিছোঁ। দুই চাৰিটা ভাষাত কথাও ক'ব পাৰোঁ। গান গাওঁ, নাচোঁ, মৃদঙ্গ বজাওঁ। হাতীত উঠা, ঘোঁৰাত উঠা, বাঁহী বজোৱা, যাদুবিদ্যা, মালযুঁজ এই বোৰৰ লগতো মোৰ পৰিচয় আছে।'

কথা শুনি শুনি ৰাতি পুৱাল। বেলি ওলোৱাৰ পিছত দিনৰ পোহৰত মানুহজনক বেছ সুপুৰুষ যেন লাগিল। তেওঁক কলোঁ—তুমি আজি পুৱা মোৰ তাতেই খাবা। আমি তোমাৰ তৰোৱাল খেলৰ কায়দা চাব খুজিছোঁ। তেওঁ মান্তি হৈ ক'লে—'বেছ, সেয়ে হ'ব।' খন্তেক মনে মনে থাকি ক'লে—'মোৰ লগত তৰোৱাল খেলিব পৰা মানুহ এই চহৰত এজনেই আছে, মই গৈ আমাৰ ঘৰৰ পৰা তৰোৱাল লৈ আহোঁ। লগতে তেওঁকো মাতি আনিম।' এই বুলি বিদায় লৈ গৈ তেওঁ ঘূৰি আহিল গধূলি পাঁচ বজাত। মই ভাবিছিলোঁ মানুহজনে সচাঁসঁচি তীখাৰ চোকা যুদ্ধৰ তৰোৱাল লৈ আহিব। তাৰ সলনি তেওঁ আনিলে দুখন চাৰ্কাচৰ সাধাৰণ তৰোৱাল; আৰু তেওঁ মাতি আনিম বোলা বীৰপুৰুষজনক বিচাৰি নেপাই নেট্টেই মাডনে আজি অকলেই খেল দেখুৱাব। মই মোৰ সন্মতি জনাই তেওঁক খেলাৰ আগতে ইড্‌লি-কফি খাই লবলৈ কলোঁ। আধা খোৱা হৈছে, এনেতে আহি পালেহি আমাৰ বেদপুৰম অঞ্চলৰ সুপৰিচিত যোগীশ্বৰ কঁটীয়া সন্ন্যাসী। তেওঁক দেখিয়েই নেট্টেই মাডনে থিয় হৈ নমস্কাৰ জনালে। তেৱোঁ প্ৰতি নমস্কাৰ জনালে। দুয়ো তাৰ পিছত বহুসময় জুৰি মালয়ালম ভাষাত কিবা কথা পাতিলে। মই মালয়ালম ভাষা নুবুজাৰ বাবে সেইফালে আৰু কাণ নিদিলোঁ। কঁটীয়া সন্ন্যাসীক মই গুৰুৰ দৰে শ্ৰদ্ধা কৰোঁ। সেয়ে তেওঁৰ

বাবে গাখীৰ-কল অনালোঁ। দুয়োজনৰে খোৱা শেষ হ'লত মই তামোলৰ বটা হাতত লৈ দোতলাৰ পূজা মণ্ডপলৈ উভয়কে মাতি নিলোঁ। তেওঁ-লোকক বহিবলৈ কৈ পাণ-তামোল আগ বঢ়ালোঁ। নেট্ৰেই মাডনে মোলৈ চাই ক'লে—'আপোনাক যে কৈছিলোঁ ডাঙৰীয়া—মোৰ লগত তৰোৱাল চলাব পাৰে এনে লোক এজনহে আছে—তেওঁ এই স্বামীজীয়েই!' এই বুলি কটীয়া সন্ন্যাসীৰ ফালে আঙুলিয়ালে। মই অবাক হলোঁ।

মুহূৰ্তৰ ভিতৰতে তৰোৱাল হাতত লৈ ঘূৰাবলৈ লাগিল। বহু সময়লৈ তেওঁলোকৰ এই তৰোৱালৰ যুদ্ধ চলিল। মই আচৰিত হৈ চাবলৈ ধৰিলোঁ। তেওঁলোকৰ তৰোৱাল চালনা ইমান আচৰিত যে কাৰো গাত কোনো আঘাত লগা নাই। অথচ প্ৰতি মুহূৰ্ততে এতিয়া কাৰ মূৰ যায়, কাৰ মূৰ যায় এই ভাবি মোৰ বুকুৰে ধান বনাদি বানিছে।

খেলৰ শেষত তৰোৱাল থৈ তেওঁলোকে মালয়ালম ভাষাত আকৌ এনেদৰে কথা পতাত লাগিল যেন তেওঁলোকৰ অকণো ভাগৰ লগাই নাই। অলপ সময় কথা পতাৰ পিছত নেট্ৰেই মাডনে বিদায় লৈ গুচি গ'ল। কটীয়া সন্ন্যাসীয়ে মোলৈ চাই ক'লে—'ভাই কালিদাস, এই নেট্ৰেই মাডনক সাধাৰণ মানুহ বুলি নাভাবিবা। ৰাজযোগৰ বলত এওঁৰ চিত্ত সংযম হৈছে। ঈশ্বৰে এওঁক যোগ সিদ্ধিৰ বাবে তৰোৱাল যুদ্ধৰ বাট দেখুৱাইছে। তৰো-ৱাল চালনাত এওঁৰ সমান পাৰ্গত লোক তুমি আৰু দ্বিতীয় এজন বিচাৰি নাপাবা। কিন্তু এওঁ অহিংস ব্ৰতী। মহাযোগী। সাপেও যদি তেওঁক খুটিবলৈ আহে, তেওঁ হাতত লাঠী নলয়। সেয়ে তেওঁ কেতিয়াও চোকা তৰোৱাল হাতত নলয়। তুমি গুণ গ্ৰাহী লোক। সেয়ে তোমাক কেৱল চাৰ্কাচৰ তৰোৱাল লৈ খেল দেখুৱালে। আমাৰ এই অঞ্চলত 'বল্লুবৰ' সমাজত এনে এজন মানুহ আছে, এই ভাবি তুমি আচৰিত বোধ কৰিব পাবা। কিন্তু আচৰিত নহবা। হিন্দুস্থানৰ সাধু-সন্ত সন্ন্যাসী সকলক শ্ৰদ্ধা-যত্ন কৰিবা। তেওঁলোকক দেখিলে হাতযোৰ কৰি নমস্কাৰ জনাবা। কোনে জানে, কোনটো উঁই হাফলুত কি সাপ আছে? তোমাৰ কপাল ভাল। ভৱিষ্যতলৈ তোমাক আৰু বহুতো মহাপুৰুষে দৰ্শন দিব।

মই হিন্দুস্থানৰ মহিমাৰ কথা ভাবি 'বন্দেমাতৰম্' বুলি কটীয়া সন্ন্যাসীক হাতযোৰ কৰি প্ৰণাম কৰিলোঁ। 'দীৰ্ঘজীৱী হোৱা বুলি আশীৰ্বাদ কৰি তেওঁ বিদায় হ'ল।

# নাৰী

বেদপুৰমৰ ধৰ্মবীথীত পণ্ডিত ব্ৰহ্মৰায় আয়াৰ নামৰ এজন ব্ৰাহ্মণ আছিল। শক্তি উপাসক সকলৰ কোনো কোনোৱে মদ-মাংস ভোজন কৰে। এই পণ্ডিত সেই ধৰণৰ শাক্ত নহয়। ভোজনত এওঁ 'শুদ্ধ শৈৱ' অৰ্থাৎ খাঁটী নিৰামিষ ভোজী। ছাগলী পোৱালিক মাংস খুৱালেও খাব পাৰে কিন্তু পণ্ডিতক কেতিয়াও নোৱাৰি। এওঁ ইংৰাজী, ফৰাচী এই দুয়োটা বিদেশী ভাষাতে সুপণ্ডিত। সংস্কৃতও জানে। ভগৱদ্‌গীতা, বাল্মীকি ৰামায়ণ, কুমাৰ সম্ভৱ—এই তিনিখন গ্ৰন্থ ভালকৈ পঢ়িছে। বেদান্ত দৰ্শনত অগাধ দখল আছে। কৰ'বাত পুৰাণ-ভাগৱত পাঠ, ধৰ্মবিষয়ক বক্তৃতা আদি হলে পণ্ডিত নোযোৱাকৈ নাথাকে। কিন্তু অধিকাংশ কথা শুনি এটা অতৃপ্তি লৈ ঘূৰি আহে। পিছত প্ৰায় মাহ জুৰি বন্ধু-বান্ধৱৰ লগত সেইবোৰ লৈ তত্ত্ব-বিচাৰ কৰে। 'হিন্দুসকল এসময়ত মেধাৱী আছিল হয়, অদূৰ ভৱিষ্যতত সেইদিন আকৌ আহিব। কিন্তু বৰ্তমান হিন্দু জাতি মূঢ় জাতি। আমাৰ সমাজ খনত ঘুণে ধৰিছে। বৰ্তমান হিন্দুসকলৰ কথা ভাবিলে বুকুত জুই জ্বলি উঠে। আফ্ৰিকাৰ ভিতৰুৱা ঠাইতো ভাৰতবৰ্ষৰ সমান নিৰক্ষৰ লোক নাই যেন লাগে।' এইদৰে তেওঁ ভাৰতবাসীৰ আধুনিক অৱস্থাক ভৎসৰ্না কৰে।

পণ্ডিত ব্ৰহ্মৰায়-ৰ তামিল ভাষাৰো বেছ ভাল জ্ঞান আছে। কিছুমান ইউৰোপীয় শাস্ত্ৰ তামিলত লিখিছে। কেতিয়াবা কেতিয়াবা কবিতাও লিখে। কবিতা খুব ওখ খাপৰ নহলেও একেবাৰে পেলাই দিয়া বিধৰো নহয়। মজলীয়া সঙ্গীত শাস্ত্ৰত দখল আছে। কিন্তু গাবে নোৱাৰে। আচলতে গলা ভাল নহয়। তালত কিন্তু ওস্তাদ। বৰ বৰ তবল্‌চিয়েও এওঁৰ লগত হাৰ মানিব।

এওঁ এক নম্বৰ গলিত কথা ক'লে তিনি নম্বৰ গলিটোলৈকে অনায়াসে শুনা যায়।

দুপৰীয়া স্কুলৰ কাম শেষ কৰি পোনে পোনে ঘৰলৈ আহে। গধূলি ছটা বজাৰ পৰা ৰাতি আঠ বজালৈ নিজৰ ঘৰৰ বাৰান্দাত বহি বন্ধু-বান্ধৱৰ লগত কথা পাতে অৰ্থাৎ টেঁটুফালি চিঞৰে। নৈশভোজনৰ সময়ত অকণ

বিৰাম। খাই-বই তিতা হাত মচিল কি নমছিল—আকৌ বাৰান্দাত—আকৌ সেই টেঁটুফলা মাত। ওচৰচুবুৰীয়াই এই ঘৰৰ বাৰান্দাৰ নতুন নাম দিছে—'বজ্র বিদ্যালয়।' নিতৌ সন্ধ্যা সেই বজ্র বিদ্যালয়ত আহি হাজিৰা দিয়েহি। 4/5 জন শ্ৰোতা। চুবুৰীয়া সকলে শুনোতাৰ কাণ ঘোলা নহয় কেনেকৈ ভাবি আচৰিত হয়।

পণ্ডিতদেৱে মোক বৰ মৰম কৰে। ময়ো মাজে মাজে বজ্র বিদ্যালয়ত হাজিৰা দিওঁগৈ। 'হিন্দুবোৰ জধা মুৰ্খ'—পণ্ডিতদেৱৰ এই কথা হলে মই কোনোমতেই মানি লব নোৱাৰোঁ। তাৰ বাহিৰে তেওঁৰ মতামত মোৰ খুব ন্যায়সঙ্গত যেন লাগে।

সেয়ে দেওবাৰে সন্ধিয়া কিনকিনীয়া বৰষুণ দি আছিল বাবে কেনিও বাহিৰলৈ নগৈ সময় কটাবৰ মনেৰে 'বজ্র বিদ্যালয়' পালেঁাগৈ। পণ্ডিতৰ বিকট চিঞৰ তেতিয়া চলি আছিল। শ্ৰোতা হিচাপে উপস্থিত থকা সকল হ'ল ঃ

1. বীৰস্বামী নায়কৰ। বয়স 33, আকাৰ হাতী পোৱালিটোৰ দৰে। বৃত্তি চৰকাৰী চাকৰি। এই কুমলীয়া বয়সতে চুলি সৰি মূৰ টকলা। মানুহজনৰ বিষয়-বুদ্ধি আৰু ব্যৱহাৰিক জ্ঞান বৰ্থানিবলগীয়া। কথা খুব কম কয়। খং উঠিলে চিঞৰ-বাখৰ নকৰি নাকত অলপ নাক-শুদ্ধি ভৰাই লয়।

2. কোঙ্গল পট্টৰ। এওঁ পেৰুমাল (ভগৱান বিষ্ণু) মন্দিৰৰ পূজাৰী। চাৰে সাত ফুট ওখ। যাকে মন যায়, তেওঁক গালি-শপনি দিয়ে, চুৰিয়া টনাটনি কৰে। বীৰস্বামী নায়কৰে পোন্ধৰ মিনিটৰ পিছে পিছে এওঁৰ মূৰত একোটাকৈ টোকৰ মাৰে। এওঁৰ কিন্তু তালৈ ভ্ৰূক্ষেপকে নাই। মানুহে কয়, এওঁৰ সোঁৱৰণী খনত খণ্ডৰ গ্ৰহই ঠাইকে নাপালে।

3. নাৰায়ণ চেট্টিয়াৰ। টকা-পইচা থকা চুটি-চাপৰ মানুহ। সংসাৰত তেওঁৰ দুটাই মাথোন কাম—সুদলৈ ধন খটোৱা আৰু এই বজ্র বিদ্যালয়ত যোগদান। এই দুটা কামৰ বাহিৰে তৃতীয় কোনো কামতে তেওঁৰ মনোযোগ নাই। শুকুৰবাৰে সদায় এবাৰকৈ গণেশ মন্দিৰলৈ যায়। অন্যথাই বাহিৰলৈ ভৰিকে নিদিয়ে। লোকে তেওঁক উপলুঙা কৰি কয়—'অন্তঃপুৰ চেট্টিয়াৰ'।

4. গুৰুস্বামী ভাগবতৰ্। সঙ্গীতত পাৰদৰ্শী। ল'ৰা-ছোৱালীক গান-বাজনা শিকায়। গলা গানৰ উপযুক্ত যদিও গধুৰ।

উল্লিখিত সভাত মই গৈ পঞ্চম ৰত্নৰূপে উপস্থিত। ব্ৰহ্মৰায় মোক দেখি খুব খুচী। 'আহক, আহক। আপোনাৰ ভাল পোৱা বিষয়ৰেই আলোচনা হৈছে।'

সুধিলোঁ—'মানে?'

তেওঁ ক'লে—'নাৰীজাতিৰ কথা।'

'নাৰীজাতি সংক্ৰান্ত আলোচনা। বৰ ভাল কথা। তেনে আপোনাৰ বক্তৃতা চলক।'

পণ্ডিতৰ গাজনি আৰম্ভ হ'ল। 'মই ইতিপূৰ্বেই কৈ অহা কথাবোৰৰ সাৰাংশ চমুকৈ আমাৰ শক্তিদাস* ডাঙৰীয়াক এবাৰ শুনাই পিছত বাকী অংশ ক'লে তেওঁ ঠিক বুজিব পাৰিব।' এই বুলি তেওঁ পূৰ্ব কথিত বিষয় আৰম্ভ কৰিলে। ঠিক সেই মুহূৰ্ত্তে বীৰস্বামী নায়কৰে এসোপা নাক-শুদ্ধি ভৰাই কাষৰ কোঙ্গল পট্টৰৰ মূৰত এটা টোকৰ মাৰিলে।

মই কলোঁ—'এইবোৰ আকৌ কি ল'ৰা-ধেমালি? পণ্ডিতৰ ভাষণ শুনিবলৈ দিয়ক।'

উৎসাহ পাই পণ্ডিতে বকলা মেলিলে—'আমাৰ এই ভাৰতবৰ্ষত পুৰুষৰ পৰ্যন্ত ভোটাধিকাৰ নাই। জন-সাধাৰণৰ ইচ্ছানুযায়ী সদস্য নিৰ্বাচিত কৰি সেই সদস্য মণ্ডলীৰ দ্বাৰা দেশ শাসনৰ ক্ষমতা ভাৰতবাসীৰ নাই। আমাৰ দেশত পুৰুষৰেই ভোটাধিকাৰ নাই। আনদেশত তিৰোতাৰো আছে। অৰ্থাৎ সেইবোৰ দেশত দেশ শাসন নিয়ন্ত্ৰণৰ অধিকাৰৰ পৰা নাৰীজাতি বঞ্চিত নহয়। অষ্ট্ৰেলিয়া, নিউজিলেণ্ড, ডেনমাৰ্ক, নৰওৱে, আমেৰিকা যুক্তৰাষ্ট্ৰৰ আধা অংশ, কানাডা—ইমানবোৰ দেশত নাৰীজাতিয়ে ভোটাধিকাৰ লাভ কৰিছে। ইংলেণ্ডতো এই নীতি প্ৰবৰ্তিত হ'ব বুলি বিচাৰ-বিতৰ্ক হৈছে। ইংলেণ্ডৰ কথা এৰক। তুৰ্কী দেশৰ নাম শুনিছেনে? তাত সউ সিদিনালৈকে নাৰী জাতিক ঘৰৰ ভিতৰত পৰ্দাৰ আঁৰালত বন্দী

*ভাৰতীয় এটি ছদ্মনাম।

কৰি ৰখাৰ ৰীতি আছিল। কস্তুৰী সঁফুৰাত ভৰাই থয়। খুলিলেই গোন্ধ উৰি নাইকিয়া হ'ব। তেনেকৈয়ে নাৰীজাতিৰ কথাও তাত ভৰা হৈছিল। আমাৰ দেশতো বহুতে এই মত পোষণ কৰে। ভাৰতীয় নাৰীও একপ্ৰকাৰ দাসত্ব বন্ধনতেই আটক হৈ আছে। আমি হয়তো ঠিক ঘৰৰ ভিতৰত বন্দী কৰি থোৱা নাই। কিন্তু তাতে নো কি হ'ল? যেনেকৈয়ে নাথাকক দাস দাসেই। মানৱজীৱনৰ দুই ৰকমৰ অৱস্থা। এটা হ'ল—নিজৰ ইচ্ছামতে কাম কৰা, ফল ভাল হলে ভোগ কৰা, ক্ষতি হলে সহ্য কৰা—এই হ'ল স্বাধীনতা। আৰু আনটো—নিজৰ ইচ্ছা থাকক বা নাথাকক, পৰৰ ইচ্ছামতে কাম কৰি যোৱা, সেই ইচ্ছা লঙ্ঘনৰ উপায় নাই—এই যে নিত্য বাধাৰ সম্মুখীন হৈ থকা, ইয়াৰ নামেই দাসত্ব। আমাৰ নাৰীজাতিক আমি সেই অৱস্থাতে ৰাখিছোঁ। মিছা কথা কৈ লাভ নাই চাৰ। আমাৰ স্ত্রী-জাতি যে দাসী, তাত সন্দেহ নাই। ভাৰতীয় নাৰীসকলৰ তুলনাত তুৰ্কী নাৰী বহুতো উন্নত হৈছে। মিছ এলিছন নামৰ এজনা ইংৰাজ মহিলাই এখন কিতাপ লিখিছে। কালিয়েই এখন আলোচনীৰ পাতত সেই কিতাপৰ সমালোচনা ওলাইছে। সমালোচনা কৰিছে এজন সিংহলী বৌদ্ধই। তেওঁৰ নাম জিনৰাজ দাস। তেওঁ আকৌ বিয়া কৰিছে এগৰাকী ইংৰাজ মহিলাক। তুৰ্কীনাৰী সকলে শিক্ষা-দীক্ষা, ৰাজনীতি আদি সকলোতে ভাগ লৈ আগ বাঢ়ি যোৱাৰ কথা গ্ৰন্থখনত লিখিছে বুলি বৌদ্ধজনে কৈছে। হায় হায়! ৰাম, ৰাঘৱ, কেশৱ, বিশ্বামিত্র—ক্ষমা কৰিব সন্ধ্যা-বন্দনাৰ মন্ত্রৰ কথাই দেখোন পাহৰি গলোঁ।

এইদৰে বক্তৃতাৰ মাজতে উশাহ সলাবৰ বাবে ধেমেলীয়া কথা এষাৰ কোৱা মাত্ৰকে তেওঁৰ ঘাই শিষ্য কোঙ্গন পূজাৰীয়ে হো হো কৈ হাঁহি উঠিল। বীৰ স্বামী নায়কৰে লগে লগে পূজাৰীৰ মূৰত এটা টোকৰ মাৰি এসোপা নাক-শুদ্ধি নাকৰ ভিতৰলৈ টানি ললে।

পণ্ডিতৰ বক্তৃতা চলি থাকিল। 'বিয়াৰ ক্ষেত্রত ক'বলগীয়া এয়ে যে, শাস্তি হোৱাৰ পিছত ছোৱালীৰ ইচ্ছানুযায়ী বিয়া হ'ব। স্বামীৰ অত্যাচাৰ অসহনীয় হলে স্ত্রীয়ে যাতে স্বামীক ত্যাগ কৰিব পাৰে তাৰ বাবে আইন হোৱাৰ দৰকাৰ। এই ক্ষেত্রত ওটৰচুবুৰীয়াৰ ছোৱালী জনীক নিন্দা কৰাটো উচিত নহ'ব।

ইউৰোপত নাৰী স্বাধীনতাৰ সমৰ্থক সকলৰ এটা কথা মই সমৰ্থন কৰিব পৰা নাই। মহিলাই নিজেই উপাৰ্জন কৰি জীৱিকা নিৰ্বাহ কৰিব—মোৰ মতে ঠিক নহয়। পৈতৃক সম্পত্তিত ছোৱালীৰো অধিকাৰ থকাৰ দৰকাৰ। বিয়াৰ পিছত স্বামীৰ সম্পত্তিৰ ওপৰত স্ত্ৰীৰও সমান অধিকাৰ। স্ত্ৰীৰ হাতত টকা-পইচা দিয়াৰ দৰকাৰ নাই বুলি ভবা মানুহো আমাৰ মাজত আছে।

ছোৱালীয়ে ইচ্ছামতে ঘূৰিব। নিজান ঠাইত স্ত্ৰীলোক দেখিলে পুৰুষৰ উচিত সম্মান দেখুৱাই নম্ৰ ব্যৱহাৰ কৰা। কোনো পুৰুষে নাৰী-জাতিক অমৰ্যাদা দেখুৱালে তেওঁক এঘৰীয়া কৰাৰ দৰকাৰ। বাট-পথ, দোকান-পাট, ৰেলপথ—য'তেই নহওক স্ত্ৰীলোকে অকলশৰীয়াকৈ গলেও পুৰুষে তেওঁৰ প্ৰতি ভদ্ৰ ব্যৱহাৰ কৰিব—আমাৰ দেশত এনে পৰিৱেশ সৃষ্টি কৰা খুব কঠিন। কি কৰা যায়? —দেশখনৰ শতকৰা নব্বই জনেই নিৰক্ষৰ। আৰু শিক্ষাৰ দোহাই দি এই নিৰক্ষৰ মানুহবিলাকক ডুবিলেই বা কি লাভ হ'ব।' ইমান দিন ধৰি দেশখন সেই কৌটিকলীয়া কু-সংস্কাৰৰ এন্ধাৰত আচ্ছন্ন হৈ আছে।' এই দৰে অবিৰাম বকি গ'ল পণ্ডিত ব্ৰহ্মৰায় আয়াৰে।

এনেতে ঘৰৰ পৰা মোৰ ল'ৰাটো আহি খবৰ দিলে যে খোৱাৰ সময় পাৰ হৈ গৈছে। মই যাবলৈ থিয় হলোঁ। কোঙ্গন পট্টৰে মোক লক্ষ্য কৰি ক'লে—'ব্ৰহ্মৰায় দেৱে যি ক'লে, সেই বিষয়ে আপোনাৰ কি মত?'

মই ক'বলৈ আৰম্ভ কৰাৰ আগতেই বীৰস্বামী নায়কৰ-এ পট্টৰৰ মূৰত টোকৰ এটা মাৰি ক'লে—'তুমি মনে মনে থাকা।' পিছত মই কলোঁ—'তাৰং পৃথিৱীৰ পঞ্চায়তৰ মোৰ কোনো দৰকাৰ নাই। কাৰ্যসিদ্ধি কেনেকৈ হয় সেয়েহে আচল কথা—ওঁ শক্তি মন্ত্ৰৰ উচ্চাৰণ কৰা, তেহে কাৰ্যসিদ্ধি। এয়া মোৰ পুথিগত বিদ্যা নহয়, অভিজ্ঞতাৰ কথা।'

ব্ৰহ্মৰায়ে মোৰ কথা অগ্ৰাহ্য কৰিব নোৱাৰিলে। ব্ৰহ্মবিদ্যালয়ৰ সদস্য মণ্ডলীয়ে মোৰ উক্তিক সম্পূৰ্ণ সত্য বুলি মানি ললে। আমি তেতিয়া খাবৰ বাবে ঘৰমুখী হলোঁ।

# তামিল নাডুৰ জাগৰণ

জীৱ হিংসা নকৰিবা। মদ-মাংসই মানুহৰ অপকাৰ বিনে উপকাৰ নকৰে। ব্ৰাহ্মণ সকলৰ এই এক মহৎ কৰ্ম যে তেওঁলোক নিৰামিষী। এই এক বিৰাট তপস্যাৰ কথা। সত্যযুগ প্ৰতিষ্ঠাৰ এয়ে হ'ল মূল ভিত্তি।

কিন্তু তুমি যেতিয়া নিজে কোনো কাম-কাজ নকৰি মনে মনে বহি থাকা, তেতিয়া যদি আন কোনোবাই সেই কাম হাতত লয়—তোমাৰ ঈৰ্ষা বোধ হোৱাটো অন্যায়।

বিয়াৰ ক্ষেত্ৰত দেনা-পাওনাৰ মাজত মূঢ়ৰ দৰে আবদ্ধ থকা—পুৰণি-কলীয়া কিছুমান অৰ্থহীন বিধি-নিষেধ মানি চলা—এই বোৰৰ পৰা কোনো লাভ নাই।

আৰু এটা কথা পৃথিৱীৰ সকলো মানুহ এটা জাতি। 'এই যুদ্ধত ইউৰোপৰ সকলো মানুহ শেষ হৈ গ'ল'—এই কথা ভাবি আমি ভাৰতবাসী আমাৰো চকুপানী বৈ আহে স্বদেশৰ প্ৰতি আমাৰ অনুৰাগ খুব, কিন্তু ইমানবোৰ ইউৰোপীয়ৰ মৃত্যুত আমিও কাতৰ হৈছোঁ। সমস্ত মানুহ একেই শ্ৰেণীভুক্ত।

সকলো মানুহ ভাই ভাই। এয়ে যেতিয়া অৱস্থা, আমি এটা ঘৰৰ ভিতৰত মূৰ্খৰ দৰে আচাৰৰ প্ৰাচীৰ গঢ়ি তুলি জাত-পাতৰ বিচাৰ কৰাৰ জানো কিবা অৰ্থ আছে? এই বোৰ বিচাৰ কৰি কাৰোবাক আনকি আমাৰ আত্মীয় স্বজনকো জাতি ভ্ৰষ্ট, একঘৰীয়া কৰিলেহে আমি তৃপ্তি পাওঁ।' —আচলতে এই বোৰ মূৰ্খামি হে। সুখৰ বিষয় আধুনিক তামিল নাডুত জাত-পাতৰ এই মূঢ় বিধি-নিষেধ এক দ্ৰুত গতিত নাইকিয়া হৈ যাব ধৰিছে।

তাৰ পিছত ধৰা হওক, স্ত্ৰী-স্বাধীনতাৰ কথা। তামিল নাডুত স্ত্ৰী-স্বাধীনতাৰ নেত্ৰীৰূপিনী হ'ল বিচাৰপতি সদাশিৱ আয়াৰৰ পত্নী মঙ্গলাম্বিকা। এনি বেছান্তে এই ক্ষেত্ৰত মঙ্গলাম্বিকাক খুব সন্মান কৰে। প্ৰকৃততে, এই দুগৰাকী মহীয়সী নাৰীয়েই ভাৰতবৰ্ষৰ স্ত্ৰী-স্বাধীনতাৰ মূল। এই দুজনাৰ কাষত তামিলনাডু অশেষ ঋণী। এওঁলোকে কয়—'স্ত্ৰীলোকৰ প্ৰাণ,

মন, বুদ্ধি আৰু পাঁচোটা ইন্দ্রিয় আছে। তেওঁলোক নিষ্প্ৰাণ যন্ত্র নহয়। আকৌ প্ৰাণযুক্ত গছ-বনও নহয়। তেওঁলোকো পুৰুষৰ দৰেই মানুহ। অঙ্গ প্ৰত্যঙ্গৰ অলপ পাৰ্থক্য আছে। আত্মা একেই প্ৰকাৰৰ।

এই পোনপটীয়া কথাষাৰ পাহৰি গৈ যিবিলাকে নাৰীক ঘানিৰ বলদ নাইবা তুলাৰ গাৰু বুলি ভাবে অৰ্থাৎ মগজ নাইকিয়া প্ৰাণী বুলি ভাবে, তেওঁলোক ভ্ৰান্ত, একেবাৰে ভ্ৰান্ত।

স্ত্ৰীলোকে নিজৰ পছন্দমতে বিয়া কৰিব। যাক তেওঁ বিয়া কৰিব, তাৰ তেওঁ দাসী নহয়—জীৱনসঙ্গিনী। তেওঁলোক দুজন হৰ-পাৰ্বতীৰ দৰে। বিষ্ণুৰ লক্ষ্মীৰ দৰে। বিষ্ণু আৰু শিৱই পৰস্পৰক পদাঘাত কৰিছে বুলি লিখা কাল্পনিক পুৰাণ বোৰতো এইষাৰ কথা নাই যে, বিষ্ণুৱে লক্ষ্মীক প্ৰহাৰ কৰিছে, অথবা শিৱই পাৰ্বতীক বান্ধি থৈছে। শিৱত অৰ্দ্ধাঙ্গিনী পাৰ্বতী, বিষ্ণুৰ বুকুত প্ৰতিষ্ঠিত লক্ষ্মী। জগতৰ আধাৰ পুৰুষ আৰু নাৰী, এই দুইৰূপে বিদ্যমান। দুয়োজনাই পূৰ্ণৰূপে সমান। বৰং এই কথা কোৱাই সমীচীন হ'ব যে, নাৰী পুৰুষতকৈ কিঞ্চিত ওপৰত। মোৰ দেখি খুব ভাল লাগিছে যে, তামিলনাডুৰ বহুতো জ্ঞানী-গুণীজনে স্ত্ৰী-স্বাধীনতাৰ পক্ষে তেওঁলোকৰ মতামত দিছে।

আৰু এটা বিষয় হ'ল—ধৰ্মগত ভেদ। এই ক্ষেত্ৰত ভাৰতবৰ্ষ, বিশেষকৈ তামিল দেশে বহুকাল ধৰি নেতৃত্ব দি আহিছে বুলি সকলোৱেই জানে। ৰামানুজ জন্মিছিল তামিল নাডুতে। এই তামিল দেশতেই অৱতীৰ্ণ হৈছিল আলোৱাৰ আৰু নায়নমাৰৰ দল। হীন 'পৰৈয়' জাতিক দেৱতাৰ সমান কৈ তুলি ঋষি নায়নাৰ ৰূপে মন্দিৰত স্থাপন কৰাটো জানো তামিল নাডুত সহজ কথা? চিদম্বৰম মন্দিৰৰ এফালে নটৰাজৰ মূৰ্ত্তি, আনফালে বিষ্ণুৰ। ৰামলিঙ্গ স্বামীয়ে কৈছে—'সৰ্ব-ধৰ্ম একেই।'

পৃথিৱীৰ সকলো ধৰ্মভেদ সমূলঞ্চে বিলোপ কৰি সৰ্বধৰ্ম সমন্বয়ৰ আদৰ্শক প্ৰতিষ্ঠিত কৰিবলৈ হলে তাৰ উপযুক্ত ঠাই হ'ল তামিল নাডু। বিশ্বব্যাপী ধৰ্মবিৰোধ ৰহিত কৰি মানুহক একেই দেৱতাৰ উপাসনাত উজ্জীৱিত কৰিব পৰা সক্ষম মহাপুৰুষসকল আজি তামিল দেশত আবিৰ্ভূত হৈছে।

ভনীসকল! পুৰুষৰ হাতত পুৰুষ শাসিত সমাজৰ হাতত দুখ-কষ্ট যিয়েই নহওক, যিমানেই নহওক, এই কথা ক'বলৈ ভয় কৰা উচিত নহয়—পৰিপূৰ্ণ সমত্ব বিহীন ঠাইত আমি পুৰুষ মানুহৰ অংশীদাৰ নহওঁ। ভনী-সকল! হয়তো মৃত্যু, এশতো মৃত্যু। যিসকলে ধৰ্মৰ বাবে প্ৰাণ দিবলৈ বিচাৰে বা যিসকলে নিবিচাৰে, কোনোৱেই অমৰ নহয়। এতেকে ভনীসকল! স্ত্ৰী-স্বাধীনতাৰ বাবে ধৰ্মযুদ্ধ আৰম্ভ কৰক। আমাৰ জয়লাভ হ'ব। আমাৰ সঙ্গী হ'ব পৰাশক্তি। বন্দেমাতৰম্!

# পতিব্ৰতা

সকলোৱে বিচাৰে, নাৰী পতিব্ৰতা হওক। কিন্তু আচৰিত কথা এয়ে যে, নিজৰ স্ত্ৰী, নিজৰ কন্যা পতিব্ৰতা—এই বিষয়ে পুৰুষৰ যিমান আগ্ৰহ, কিন্তু পৰস্ত্ৰীৰ পাতিব্ৰত্যত সিমান আগ্ৰহ দেখা নাযায়। তাৰ বাহিৰেও প্ৰত্যেকেই বিশ্বাস কৰে যে তেওঁৰ ঘৰৰ নাৰী বোৰ পতিব্ৰতা ৰমণী।

পুৰুষ আৰু স্ত্ৰীয়ে পৰস্পৰৰ প্ৰতি সত্যনিষ্ঠ থাকিলে সততাৰ জন্ম হয়। পতিব্ৰতাৰ শক্তি বাঢ়ে। সাবিত্ৰীয়ে যে তেওঁৰ স্বামীক যমৰ হাতৰ পৰা ঘূৰাই আনিছে—সেই গল্পৰ তাৎপৰ্য আৰু মহিমা অস্বীকাৰ কৰিব নোৱাৰি, কিন্তু আন এটা দিশও আছে। এজনী ৰমণী যদি পতিব্ৰতা ধৰ্মৰ পৰা পতিত হয়। তেন্তে সমাজে জানো তেওঁৰ ওপৰত নিৰ্যাতন কৰিব লাগিব? তেওঁক জাতিচ্যুত কৰিব? বাটৰ কুকুৰৰ দৰে বাটে-পথে মৰাৰ ব্যৱস্থা কৰিব?—এইবোৰ অন্যায়, ঘোৰ অন্যায়।

হে মহা মূঢ়ৰ দল! পুৰুষে যদি পাপৰ পঙ্কত নিমগ্ন হয় তেন্তে নাৰী নো কেনেকৈ পতিব্ৰতা হৈ থাকিব পাৰে? মনে মনে এই কথাৰ হিচাপ কৰি চোৱাঁ। এখন চহৰত একলাখ মানুহ, পঞ্চাছ হাজাৰ পুৰুষ আৰু পঞ্চাছ হাজাৰ মহিলা। তাৰ ভিতৰত যদি পঞ্চলিছ হাজাৰ পুৰুষে পৰস্ত্ৰী ইচ্ছা, কৰে, তেন্তে অন্ততঃ পঞ্চলিছ হাজাৰ মহিলা পৰপুৰুষৰ ইচ্ছাধীন হ'ব। আমি ধৰি লৈছোঁ, অন্ততঃ বিছ হাজাৰ পুৰুষে কেৱল ইচ্ছা কৰিয়েই নিৰস্ত হৈ নাথাকে, ইচ্ছা পূৰণ কৰিব। গতিকে দেখা গৈছে, অন্ততঃ বিছহাজাৰ ব্যভিচাৰিণী হোৱাৰ দৰকাৰ। সেই বিছহাজাৰ ৰমণীৰ ভিতৰত কিছু সংখ্যক সমাজচ্যুত হৈ সমাজৰ বাহিৰলৈ যায় গৈ। বাকী যি সকল থাকে, তেওঁলোকে স্বামী সহবাস কৰি গাৰ্হস্থ্য ধৰ্মই পালন কৰে। কিন্তু সেইবোৰ স্বামীয়েও জানো জানে—তেওঁলোকৰ পত্নীবোৰ ব্যভিচাৰিণী!' জানিও হয়তো 'কি হ'ব' বুলি মনে মনে থাকে।

গতিকে বেছি ভাগ পুৰুষেই বাস কৰে ব্যভিচাৰিণী বিলাকৰ লগত। ইয়াৰ ভিতৰতে আকৌ স্ত্ৰীলোকৰ পাতিব্ৰত্য ৰক্ষাৰ বাবে পুৰুষৰ গালি, মাৰধৰ আৰু নৃশংস অত্যাচাৰৰ সীমা নাই। ছিঃ ছিঃ! পুৰুষৰ কি পৰাজয়! মৰ্যাদা হানিকৰ পৰাজয়! 'মোক লৈ তোমাৰ মন পূৰ হোৱা নাই?' স্বামীয়ে

যদি এই বুলি কৈ স্ত্ৰীক প্ৰহাৰ কৰে, তেন্তে তেওঁৰ সমান মূঢ় ত্ৰিলোকত কোনোবা আছেনে ?

যি বস্তু মোৰ বাবে মধুৰ বুলি ভাবোঁ, তাৰ প্ৰতি স্বভাৱতে আমাৰ আগ্ৰহ হয়। ভাটৌ চৰাইটো দেখিলে সকলোৱে ভাবে—বাঃ! চৰাইটো কিমান ধুনীয়া!' কিন্তু ভেকুলীৰ নো কি ৰূপ আছে মানুহৰ চকুত ? সেই বুলি যদি মানুহক মৰা, গালি-শপনি দিয়া বা পোতাশালত বন্দী কৰি থোৱাৰ ক্ষমতা ভেকুলীৰ থাকিল হেঁতেন, তেন্তে জানো ভেকুলীৰ সেই ধৰণৰ আচৰণ ন্যায়সংগত বুলি স্বীকৃত হ'ল হেঁতেন ?

কোনো কোনো দেশত বিদেশীয়ে আক্ৰমণ কৰি, অত্যাচাৰ কৰে, ৰাজত্ব চলায়। যদি সেই নিৰ্যাতিত প্ৰজাৰ দল বিদেশী ৰজাৰ প্ৰতি ভক্তি পৰায়ণ নহয়, আৰু তাৰ ফলত যদি দেশপ্ৰেমিক সকলক ৰাজদ্ৰোহী বুলি বন্দীশালত থয়,' তেন্তে বিশ্বৰ ন্যায়পৰায়ণ ব্যক্তিসকলে সেই বিদেশী ৰজাক নিন্দা কৰিব—এই টোৱেই স্বাভাৱিক। সেই বিদেশীৰজাৰ ৰাজত্বৰ দৰেই গৰিহণা দিবলগীয়া আচৰণ হ'ল—স্ত্ৰীলোকৰ ওপৰত পুৰুষৰ জোৰ-জুলুম আৰু অন্যায় শাসন। আশা কৰোঁ, এই কথা আৰু বহলাই বুজাই ক'বৰ দৰকাৰ নাই। জোৰ কৰি ভালপোৱা আদায় কৰাৰ দৰে অপমান-কৰ আৰু কি আছে ?

কোনোবাই যদি কয়—স্ত্ৰীলোকৰ উচিত পুৰুষৰ প্ৰতি স্নেহ পৰায়ণ হোৱা, তেন্তে তাৰ লগতে বিপৰীত কথাটোও মানিব লাগিব। আচলতে শ্ৰদ্ধাই শ্ৰদ্ধা আনে। আমাৰ দৰেই এটি আত্মা আমাৰ ভয়ত দাসী হৈ থাকিব এই কথা যি ভাবে, তেওঁ ৰজাই হওক বা গুৰুৱেই হওক, মূঢ়ৰ বাহিৰে একো নহয়। তেওঁলোকৰ অভীষ্ট সিদ্ধি নহ'ব। কাৰণ, মনুষ্য আত্মাই ভয়ত দেখাত দাসৰ দৰে ব্যৱহাৰ কৰিলেও অন্তৰত তাৰ বিদ্ৰোহ জ্বলি থাকে।

# স্ত্রী-স্বাধীনতা

কেইদিনমান আগতে বাতৰি আহিছে, ইংলেণ্ডত স্ত্ৰী জাতিক ভোটাধিকাৰ দিয়া হৈছে। সেই বিষয়ে 'স্বদেশমিত্রন' কাকতত সম্পাদকীয় প্ৰবন্ধ দিয়া হৈছে—'স্ত্ৰীলোকৰ জয়।' কালি গধূলি মই বেদান্ত শিৰোমণি ৰামৰাও আৰু কেইজনমান বন্ধু-বান্ধৱৰ লগ হৈ কথা-বতৰা হৈছিলোঁ। এনেতে সেই 'স্বদেশ মিত্ৰণ' কাকতৰ এটা কপি হাত তলৈ গোপাল আয়াৰৰ পত্নী বেদবল্লি আম্মা আহি হাজিৰ।

বছৰ চল্লিছ বয়স। তামিল আৰু ইংৰাজী ভাল জানে। সংস্কৃতো অলপ অচৰপ জানে। তেওঁৰ স্বামী গোপাল আয়াৰ ডাঙৰ চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ, বহু টকাৰ মালিক হৈ স্ত্ৰী বেদবল্লি আৰু চাৰিটি ল'ৰ-ছোৱালীৰ সৈতে বেদপুৰমলৈ আহি বেছ সুখে-স্বচ্ছন্দে বাস কৰিছে। গোপাল আয়াৰে তেওঁৰ স্ত্ৰীক পূৰ্ণ স্বাধীনতা দিছে। য'লৈকে খুচী যোৱা, যাৰে লগত খুচী কথা কোৱা—কোনো বাধা নাই। ঘৰৰ ৰন্ধা-বঢ়া আদি যাৱতীয় কাম কৰাৰ বাবে দৰমহা দি এজনী বুঢ়ী ৰখা হৈছে। বেদবল্লি আম্মাই কিতাপ-পত্ৰ পঢ়া, আলাপ-আলোচনা সভা-সমিতিৰ মাজতে ডুব গৈ সময় কটায়।

আমি তেতিয়া বেদব্যাস ব্ৰহ্মসূত্ৰৰ ওপৰত শংকৰাচাৰ্য্য লিখিত অদ্বৈত ভাষ্য পাঠ আৰু আলোচনা কৰিছিলোঁ। এনেতে বেদবল্লি আম্মা উপস্থিত। বহিবলৈ তেওঁক চকী এখন আগ বঢ়াই দিলোঁ। তেওঁ বহি লৈ পানী বিচাৰিলে। ইতিমধ্যে তেওঁ সুধিলে - 'কি বিষয়ে আলোচনা হৈছে আপোনালোকৰ ?' কলোঁ—'শঙ্কৰ ভাষ্য।' বেদবল্লিয়ে হাঁহিলে। ক'লে —'শংকৰ ভাষ্য, বেছ এটি মজাৰ বিষয়—এটা হাঁহি উঠা কথা। এফালে ভাৰতবাসীৰ শাসনাধিকাৰ দাবী কৰি ইংৰাজ মহিলা এনি বেছান্ত চৰকাৰৰ অপ্ৰিয় ভাজন হৈছে। আৰু এইফালে আমাৰ বীৰপুৰুষসকলে শঙ্কৰ ভাষ্য পঢ়ি তাৰ অৰ্থোদ্ধাৰ কৰাত নিমগ্ন। বাঃ বাঃ! হাঁহিহে উঠে।

বেদান্ত শিৰোমনি ৰামৰাওৰ খুব খং উঠিল। ক'লে—'আম্মা, আপুনি এতিয়া য'ক। আপোনাৰ ৰাজনৈতিক কথাবোৰ আমি নাজানো—এই বুলি নাভাবিব।'

বেদবল্লিয়ে ক'লে—'জানে, ইংলেণ্ডত নাৰীয়ে ভোটাধিকাৰ লাভ কৰিছে ?' এই বুলি তেওঁ তেওঁৰ হাতৰ আলোচনীখন ৰামৰাওৰ প্ৰায় মুখলৈকে দলি মাৰি দিলে। ৰামৰাওৱে হাতেৰে বাধা দি মজিয়াৰ পৰা কাকতখন বুটলি লাহেকৈ মেজত থৈ ওপৰলৈ মুখ কৰি চালৰ মাৰলীলৈ চাই চাই গভীৰ চিন্তাত বুৰ গ'ল। ইতিমধ্যে ল'ৰাটোৱে পানী আনি দিলে —বেদবল্লিয়ে ল'ৰাটোৰ হাতৰ পৰা পানী লৈ খালে। তাৰ পিছত সুধিলে— 'কি ৰামৰাও! ওপৰলৈ চাই কি চালৰ মাৰলী লেখিছা। ব্ৰহ্ম সত্য, জগত মিথ্যা ? পণ্ডিত সকলে যে সকলো সময়তে মিছা মাতি আহিছে সেয়ে ভাল। ইয়াকে লিখা আছে নেকি চালত ?'

ৰামৰাও ৰঙা-ছিঙা পৰিল। গোঁফত পাক এটা দি দাড়িত দুই এবাৰ হাত বুলাই ঢেক্‌ঢেকাই হাঁহি ক'লে—'শ্ৰীমতী এনি বেছান্তে যে ৰাজনীতিত মূৰ ঘমাইছে বুলি কয়—স্বদেশী আন্দোলনকেই উদ্ধাৰৰ মন্ত্ৰ আৰু 'বন্দেমাতৰম' জীৱনীশক্তি বুলি ঘোষণা কৰে, ৰামৰাৱে এইবোৰ কথা একেবাৰেই মানি নলয়। বৈদান্তিক সকলৰ ধৰ্ম হ'ল—সৰ্বদা পৰব্ৰহ্ম সম্পৰ্কে ধ্যান কৰা আৰু লৌকিক বিষয়ৰ প্ৰতি সম্পূৰ্ণ উদাসীন থকা।'

বেদবল্লি আম্মাই আকৌ ৰামৰাওক ক'লে—'আগতে এনি বেছান্তে ধৰ্মদৰ্শন লৈ কোৱা কথাবোৰ আপোনালোকে ধ্ৰুব সত্য বুলি চিঞৰি গগন ফালিছিল, এতিয়া আকৌ তেওঁ—'স্বৰাজ্য ভাল বোলাতে তেওঁক উপেক্ষা কৰিছে। হায় পুৰুষ জন্ম! স্ত্ৰীলোকৰ যি ক্ষমতা, তাৰ সিকিভাগো পুৰুষৰ নাই। সমস্ত দেশতে পুৰুষৰ তুলনাত স্ত্ৰীলোকৰ আয়ুস বেছি। শাৰীৰিক দৃঢ়তা আৰু বুদ্ধি বেছি। কালি এজন বুঢ়া মানুহে আমাৰ ঘৰলৈ আহি কৈছিল যে ৰামায়ণত সীতাই মায়া হৰিণাকে সঁচা বুলি ভাবি ঠগ খায়। মই মানুহজনক সুধিলোঁ—বাৰু, সীতাৰ কথা মানি ৰামে মায়ামৃগৰ পাছ ল'লে। এতিয়া কাৰ বুদ্ধি কম, ৰামৰ নে সীতাৰ ? মোৰ প্ৰশ্নত তেওঁ মুখত ইড্‌লি গলিয়াই মনে মনে থাকিল। এই কথা মনত ৰাখিব, সকলো ক্ষেত্ৰতে নাৰী ওপৰত, পুৰুষ তলত।'

ৰামৰাৱে ক'লে—'অন্ততঃ এটি ক্ষেত্ৰত স্ত্ৰীজাতি বেছি শক্তিশালিনী। কথা কোৱাত।'

বেদবল্লি আম্মাই ক'লে—'এনি বেছান্তৰ সমান এজনো কোনোবা

আছে নে পুৰুষ সমাজত ? এজনো নাই। গভৰ্ণৰৰ লগত সেই ভদ্ৰমহিলাৰ কথা-বতৰাৰ ৰিপোৰ্ট পঢ়িছে নে ? গভৰ্ণৰৰ আগত আপুনি সেইদৰে কথা ক'ব পাৰিব ?'

এই প্ৰশ্ন কৰা মাত্ৰকে ৰামৰাৱে ক'লে—'মই ঘৰলৈ যাওঁ।' এই বুলি তেওঁ থিয় হ'ল। মই উভয় পক্ষকে শান্ত কৰি এই ৰায় দিলোঁ যে, বেদবল্লি আম্মাই সাধাৰণভাৱে পুৰুষজাতিক যিমান ইচ্ছা দোষাৰোপ কৰক, ব্যক্তিগতভাৱে ৰামৰাওক কিবা কোৱা উচিত নহয়।

ইয়াৰ পিছত বেদবল্লি আম্মাৰ বক্তৃতা চলি থাকিল। —'ভাৰতীয় নাৰীজাতিয়ে যেতিয়ালৈকে ৰাজনৈতিক কাৰ্যত আত্মনিয়োগ নকৰে, তেতিয়ালৈকে এই দেশৰ স্বাধীনতা লাভৰ কোনো আশা নাই। এই দেশৰ আদি কালৰ পুৰুষ সকল কেনে আছিল আমি ইতিহাসত পঢ়িছোঁ। কিন্তু বৰ্তমান যুগৰ পুৰুষৰ সম্পৰ্কে কোনো কথাই কোৱাৰ উপায় নাই। ভাৰতীয় নাৰীয়ে ৰাজনৈতিক ক্ষেত্ৰত নামিলে এনি বেছান্তৰ সমানেই কাম কৰিব। আৰু এতিয়াৰ এই পুৰুষবিলাকে ? তেওঁলোক দুটা কামৰ যোগ্য—হয় কেৰেণীগিৰি আৰু নহয় বেদান্ত চৰ্চা। দেশৰ মঙ্গল চিন্তা কৰি কাম শেষ নোহোৱালৈকে কঠোৰ পৰিশ্ৰম কৰিব পৰা ক্ষমতা ভাৰতীয় পুৰুষৰ মাজত খুব কমৰ হে আছে। সৰোজিনী নায়ুডুৱে কিমান সাহসেৰে বক্তৃতা দিছিলে দেখিছিলে ? মোৰ মনেৰে পৃথিৱীৰ সকলোতে পুৰুষৰ তুলনাত স্ত্ৰী-জাতি অধিক সাহসী, অধিক বুদ্ধিমতী। আন দেশত যিয়েই নহওক, এই দেশত নাৰীৰ যি সাহ আৰু বুদ্ধি, সেয়া পুৰুষৰ নাই। ইংলেণ্ডৰ নাৰীয়ে পুৰুষ জাতিক বশ কৰি কিমান সহজে ভোটাধিকাৰ অধিকাৰ কৰি লৈছে।

অহাবাৰলৈ এই দেশৰ পৰা কংগ্ৰেছৰ প্ৰতিনিধিদল স্বৰাজৰ বিষয়ে আলোচনাৰ বাবে ইংলেণ্ডলৈ গলে, তাৰ পুৰুষ সকলক অনুৰোধ কৰিলেই নহ'ব, নাৰী সকলকো অনুৰোধ কৰিব লাগিব, তাৰ বাবে ইয়াৰ পৰা কেৱল পুৰুষ প্ৰতিনিধি নিলেই নহ'ব, নাৰী প্ৰতিনিধিও যাব লাগিব। কাৰণ, এই দেশৰ পুৰুষবিলাক দেখিলে, তাৰ নাৰী সমাজ মুঠেও শ্ৰদ্ধাশীল নহ'ব। গতিকে কংগ্ৰেছৰ উচিত প্ৰতিনিধিদলত কিছু নাৰী প্ৰতিনিধি অন্তৰ্ভুক্ত কৰা। মই ইংৰাজী জানো। মোক পঠালে মই গৈ তাৰ ভোটাধিকাৰ প্ৰাপ্ত অগ্ৰণী নাৰীসমাজৰ ওচৰত আবেদন কৰি, তেওঁলোকক বুজাই মেলি

ভাৰতবৰ্ষৰ বাবে নিৰ্বাচনী অধিকাৰ আদায় কৰি আনিম। স্ত্ৰী-জাতিৰ মহিমা স্ত্ৰীয়েহে জানে। আপোনালোকক কৈ লাভ নাই।'

ৰামবাৰে মাজতে বাধা দি ক'লে—'আহক, আমি এতিয়া আন কথালৈ আহোঁ।' বেদবল্লি আম্মা টিকিচি-বিকিচি উঠিল। তেওঁৰ কথাৰ মাজতে বাধা দিয়া হ'ল। খঙেৰে তেওঁ ক'লে—'প্ৰথমতেই যি সিদ্ধান্ত লোৱা হৈছিল তাক ইতিমধ্যেই পাহৰি গ'ল নেকি? মই তো এওঁক লক্ষ্য কৰি একোৱেই কোৱা নাই। এওঁৰ উচিত আছিল মাত নমতাটো।' এই বুলি বেদবল্লি আম্মা বিৰক্তিৰে উঠি গুচি গ'ল।

আমি বহু বুজালোঁ। তেওঁ একোতেই নুশুনিলে। ক'লে—যিখন সভাত ৰামবাও থাকিব, তাত মই নাথাকোঁ।' বেদবল্লি গুচি যোৱাৰ পিছত ৰামবাৰে কি জানো, বিৰবিৰাই ক'লে। মই কলোঁ—'কি কৈছে, জোৰেৰে কওক।'

ৰামবাৰে ক'লে—'স্ত্ৰীলোকৰ স্বাধীনতা দিয়াৰ অৱশ্যেই দৰকাৰ।'
ইয়াৰ পিছত আকৌ আমি আগৰ সেই শঙ্কৰভাষ্যত নিমগ্ন হলোঁ।

পৰাধীন জাতিক স্বাধীনতা দিয়াৰ লগে লগে সেই দিনাই মহা প্ৰলয় আৰম্ভ হ'ব, বিশ্ব ব্ৰহ্মাণ্ড ভাঙি তচনচ হ'ব—এই ঘোৰ কথা কোনে কয়? আনক পৰাধীন কৰি ৰখা সকলে। বিছ-পঁচিছ বছৰৰ আগতে তামিল-নাড়ুত বহুতেই কোৱাকুই কৰিছিল যে, স্ত্ৰীলোকক লিখা-পঢ়া শিকালে তেওঁলোক অৱশ্যেই বিপথগামী হ'ব। বৰ্তমান তামিল দেশত স্ত্ৰী-শিক্ষাৰ খুবেই প্ৰচলন হৈছে; কিন্তু ক'তা? পৃথিৱীখন জানো খহি পৰিছে? এই পৰ্যন্ত সকলো ভালেই চলি আহিছে। এতিয়া আকৌ বহুতেই এই কথা ভাবি আতঙ্কত শিয়ৰি উঠিছে যে, নাৰীজাতিক স্বাধীনতা দিলে সাতখন সৰগ খণ্ড খণ্ড হৈ হুৰ মুৰ কৈ পৃথিৱীৰ ওপৰত খহি পৰিব আৰু তেওঁলোক সকলোৱেই ধুমকেতু আদি গ্ৰহ-উপগ্ৰহৰ মাজত খুন্দা খাই পিঠা হৈ যাব।

মাদ্ৰাজ মেইলৰ দৰে ইংৰাজী কাকতৰ সম্পাদকক সোধক—'ভাৰতবৰ্ষক স্বাধীনতা দিলে কেনে হয়?' তেওঁ লগে লগেই ক'বলৈ আৰম্ভ কৰিব—অ', ভাৰতক স্বাধীন কৰি দিলে পঞ্জাবী বিলাকে ৰাজপুতবোৰক ধৰি ধৰি

কাটিব, ৰাজপুত বিলাকে দলে দলে গৈ মহাৰাষ্ট্ৰীয় বিলাকক খাব, মহাৰাষ্ট্ৰীয় বিলাকে তেলুগু—কানাড়ী আৰু মালয়ালী বিলাকক গ্ৰাস কৰিব। মালয়ালী বিলাকে তামিল ব্ৰাহ্মণ বিলাকক মোহাৰি মাৰিব। তামিল ব্ৰাহ্মণে দ্ৰাবিড়ীক, দ্ৰাবিড়ীয়ে বঙালীক ধ্বংস কৰিব।' সেই একেটা প্ৰশ্নকে গৈ সোধক গৈ বিচাৰপতি মণি আয়াৰ, কেশৱ পিল্লই আদিক। তেওঁলোকে ক'ব আন ভাগে—'ওহোঁ। ভাৰত স্বাধীন হ'লে তেনে আত্মঘাতী সৰ্বনাশ কিবা হ'ব বুলি নাভাবোঁ। মানুহৰ দুখকষ্ট লাঘৱ হ'ব। দুৰ্ভিক্ষ হ'লেও সেয়া সহ্য কৰিব পৰা ক্ষমতা উপজিব। অকালমৃত্যু বন্ধ হ'ব। এইবোৰ জানো কম কথা ?'

স্ত্ৰী জাতিক স্বাধীনতা দিলে সমাজ জীৱন নষ্ট হ'ব বুলি ক'ব এদল প্ৰাচীন পন্থীয়ে। নাৰীয়ে চকুৰ আগত স্বেচ্ছাচাৰ কৰিব সেয়া তেওঁলোকে সহিব নোৱাৰিব। এই খিনিতে এটা কথা তং কৰি চাব লাগিব। স্বাধীনতাৰ মানে কি ? স্বাধীনতা দিলে স্ত্ৰী সকলে কি কৰিব ? ঘৰ-বাৰী এৰি থৈ সকলোৱেই কি বাহিৰলৈ ঢাপলি মেলিব ? বহুতৰ মনতে এই সন্দেহৰ উদ্ৰেক হ'ব পাৰে—এই ক্ষেত্ৰত কৰণীয় বিষয়টো কি ? তেতিয়া বিচাৰ কৰি চাব লাগিব—'স্বাধীনতা' এই মূল কথাটোৰ তাৎপৰ্য কি ? ইয়াৰ উত্তৰ খুব সহজেই দিয়া যায় এই দৰে : 'আনক আঘাত নকৰাকৈ, আনৰ ক্ষতি নকৰি, আনৰ শ্ৰমলব্ধ ফল চুৰি নকৰি যদি আমি আমাৰ মনৰ মতে কাম কৰিব পাৰোঁ, তেন্তে সেই অৱস্থাৰ নামেই স্বাধীনতা আৰু তেতিয়াই আমাক স্বাধীন মানুহ বুলি গণ্য কৰিব পাৰিব।' হাৰ্বাৰ্ট স্পেন্সাৰে কৈছে : 'আনৰ অনিষ্ট নকৰি যেয়ে যাৰ নিজৰ ইচ্ছামতে কাম কৰিব পৰাৰ অৱস্থাই স্বাধীনতা।'

এই নিয়ম অনুযায়ী পৃথিৱীৰ বেছি ভাগ মানুহেই আজিও স্বাধীনতা লাভ কৰা নাই। কিন্তু সেই স্বাধীনতা লাভৰ বাবে প্ৰত্যেকখন দেশেই চেষ্টা চলাইছে, মানুহে কষ্ট সহ্য কৰিছে। এই সংগ্ৰামত যি ক্ষয়-ক্ষতি হৈছে, তাৰ হেজাৰগুণ বেছি ক্ষয়-ক্ষতি হৈ আহিছে, নাৰীজাতিক পুৰুষে পদানত কৰি ৰখাৰ ফলত।

পৰাধীন দেশতো বেছিৰ ভাগ পুৰুষৰে য'লৈ ইচ্ছা যোৱাৰ, ঘূৰি ফুৰাৰ স্বাধীনতা আছে। কিন্তু এনে দেশও আছে, য'ত নাৰীয়ে ইচ্ছামতে ঘূৰি

ফুৰাটো নিষিদ্ধ। তামিলনাড়ুৰ কোনো বৈদিক ব্ৰাহ্মণে ভাবিব পাৰে— স্ত্ৰীক যদি অকলশৰে ঘূৰাৰ স্বাধীনতা দিয়া হয় তেন্তে সংসাৰখন ছাৰখাৰ হৈ যাব, কোনোৰকমৰ সামাজিক আইন-শৃংখলা নাথাকিব, মানুহ পশুৰ দৰে হৈ পৰিব।' এই ধৰণে ভবাটো ঠিক নহয়। ইউৰোপ আমেৰিকাত নাৰীয়ে ইচ্ছামতে যি কোনো ঠাইলৈ যাব পাৰে, তাৰ বাবে কোনো ভূমিকম্প-অঘটন হোৱা নাই। আমাৰ বহুতেই শ্ৰীমতী এনি বেছান্তক শ্ৰদ্ধা কৰোঁ। তেওঁৰ উচ্ছ্বসিত প্ৰশংসা কৰোঁ। কিন্তু যদি কোৱা হয়, আমাৰ মহিলা-সকলেও তেওঁৰেই আদৰ্শত গঢ়ি উঠক ; তেন্তে আমি প্ৰায় সকলোৱেই সমস্বৰে এই কথাই কম—'থাওক, তাৰ কোনো দৰকাৰ নাই।' ইয়াৰ কাৰণ কি ? 'ইউৰোপীয় নাৰীতকৈ ভাৰতবৰ্ষৰ নাৰী স্বভাৱতেই বিশ্বাসৰ অযোগ্য'—এয়ে নেকি তাৎপৰ্য ?

কোনো কোনোৱে আকৌ এইবুলি মৰ জোকাৰে—ইউৰোপীয় সকলৰ দৃষ্টান্ত দেখুওৱাটো কোনো কামৰ কথা নহয়। কাৰণ, আমি হলোঁ আৰ্য। আমি দ্ৰাবিড়। আৰু তেওঁলোক ? —কেৱল ইউৰোপীয়। বেছ, ভাল কথা। এই ভাৰতবৰ্ষতেই দেখা যায়, মহাৰাষ্ট্ৰীয় মহিলাই যথেচ্ছা ঘূৰি ফুৰিব পাৰে। তামিল মহিলাই নোৱাৰে। কিয় ?

নাৰী জাতিক স্বাধীনতা দিবলৈ হলে কৰিবলগীয়া প্ৰাথমিক কাম কি কি ?

(1) কন্যাকাল হোৱাৰ আগতে ছোৱালীৰ বিয়া দিয়া নচলিব।

(2) ছোৱালীৰ অমনোনীত পুৰুষৰ লগত বিয়াৰ বাবে জোৰ কৰিব নালাগিব।

(3) প্ৰয়োজন হ'লে বিবাহ-বিচ্ছেদৰ সুযোগ দিব লাগিব। তাৰ বাবে কোনো বিবাহিতা স্ত্ৰীক কলঙ্কিত কৰা নচলিব।

(4) পৈতৃক সম্পত্তিৰ ওপৰত ছোৱালীৰো সমান ভাগ থাকিব।

(5) স্বামীৰ মৃত্যুৰ পিছত স্ত্ৰীয়ে যদি পুনৰ বিবাহ কৰিব খোজে, তাক বাধা দিব নালাগিব।

(6) কোনো মহিলাই যদি বিয়া নকৰাকৈ অকলশৰে থাকি হাতৰ কাম আদি কৰি সসম্মানে জীয়াই থাকিব বিচাৰে—তেওঁক সেইদৰে জীয়াই থাকিবলৈ সুযোগ দিব লাগিব।

(7) মহিলাই স্বামীৰ বাহিৰে আন কোনো পুৰুষৰ লগত পৰিচিত হ'ব নোৱাৰিব বা কথা পাতিব নোৱাৰিব—এই ভয় আৰু ঈৰ্ষাৰ অৱসান হোৱা দৰকাৰ।

(8) পুৰুষৰ দৰে মহিলাইও যেন সকলো ৰকমৰ উচ্চশিক্ষা লাভৰ সুযোগ পায়।

(9) মহিলাই শাসন-কাৰ্য পৰিচালনাত অংশ গ্ৰহণ কৰিবলৈ বিচাৰিলে বাধা দিলে নচলিব।

তামিলনাড়ুত যেতিয়া পুৰুষৰেই ৰাজনৈতিক স্বাধীনতা নাই, তেনে-স্থলত সেই স্বাধীনতা মহিলাই বিচাৰিছে, এই কথা এতিয়াই ভাবি লাভ নাই। পিছে, অদূৰ ভৱিষ্যতত তামিল জাতিয়ে স্বাধীনতা লাভ কৰিলে স্ত্ৰী জাতিকো ৰাজনৈতিক অধিকাৰ সমূহৰ ভাগ অৱশ্যেই দিব লাগিব। যোৱাবছৰৰ কংগ্ৰেছ আইন সভাৰ সভাপতি শ্ৰীমতী এনি বেছান্তে এই কথা কৈছে, তাক আমি মনত পেলোৱা উচিত।

এয়ে হ'ল স্ত্ৰী-স্বাধীনতাৰ প্ৰাথমিক কাম। ইয়াৰ পিছত তেওঁলোকে নিজে নিজেই নিজৰ চেষ্টাত পূৰ্ণ স্বাধীনতা অৰ্জন কৰিব পাৰিব। স্ত্ৰী-স্বাধীনতা সমগ্ৰভাৱে মনুষ্যজাতিৰ অস্তিত্বৰ সহায়ক। যেতিয়া ভাৰতীয় স্ত্ৰীলোক স্বাধীন হ'ব, তেতিয়াই তেওঁলোকে প্ৰাচীন যুগৰ ঋষিপত্নীসকলৰ মৰ্যাদা লাভ কৰিবলৈ সুযোগ পাব। স্ত্ৰীজাতিক পশুৰ দৰে ৰাখি পুৰুষেই কেৱল মহৰ্ষি হ'বলৈ চেষ্টা কৰিলে সেয়া মূঢ়তাৰ বাহিৰে আৰু একো নহয়। কাৰণ স্ত্ৰীলোকৰ উন্নতি বিনা পুৰুষৰো উন্নতি নাই।

# তামিল নাড়ুৰ সংস্কৃতি

প্ৰাচীন তামিল সভ্যতাৰ যুগত স্ত্ৰীলোকৰ অধিক স্বাধীনতা আছিল। ইয়াৰ বহুতো কাৰণৰ ভিতৰত এটা প্ৰধান কাৰণ আছিল—প্ৰকৃতিৰ প্ৰাচীৰ ৰূপী পৰ্বতৰ দ্বাৰা সুৰক্ষিত মালয়ালম্ অৰ্থাৎ কেৰল দেশৰ লগত তামিল-দেশৰ কোনো মিলামিচা নাছিল। কেৰল চিৰকালেই স্ত্ৰী-স্বাধীনতাৰ অগ্ৰগামী।

অতি প্ৰাচীন তামিল আৰু মালয়ালী ভাষা প্ৰকৃতপক্ষে একেই আছিল। পিছৰ কালতো চেৰ দেশ (যাৰ পৰা কেৰল দেশৰ নাম হৈছে) তামিল জগতৰ এটা অংশ ৰূপেই গণ্য হৈ আহিছিল। চেৰ দেশৰ সকলো ৰজাই তামিল আৰু সেই ৰজাসকল তামিল দেশৰ ৰজাসকলৰ শাসনভুক্ত আছিল। ভাষাৰ দৰে সভ্যতাৰ ক্ষেত্ৰতো অতি প্ৰাচীন তামিল আৰু মালয়ালম সভ্যতা একেই বস্তু।

এই প্ৰাচীন তামিল সভ্যতাক নষ্ট হ'বলৈ নিদি যথাসম্ভৱ ৰক্ষা কৰি আহিছিল পৰ্বত দুৰ্গৰ মধ্যস্থিত মালয়াল্ প্ৰদেশে, আৰু মালয়াল দেশৰ পূৰ্ব দিকৰ সমতলভূমি অঞ্চলত বিকশিত তামিল সভ্যতা তেলুগু প্ৰভৃতি উত্তৰ দিশৰ শিক্ষা-সংস্কৃতিৰ লগত মিশ্ৰিত হোৱাৰ ফলত দিনে দিনে পৰিৱৰ্তিত হৈ হৈ ভাৰতবৰ্ষৰ সাধাৰণ সভ্যতাৰ অনুগামী হয়। কেৰল দেশৰ ৰীতি-নীতি কিন্তু আঁতৰ হোৱা নাছিল। সেই দেশৰ পুৰুষে বাঘ-ভালুক, কুকুৰ-নেচীয়া আদি পৰ্বতীয়া হিংস্ৰজন্তুৰ লগত যুঁজ কৰি, পৰ্বতীয়া বৰষুণ, জুই, আৰু হিমৰ পৰা নিজকে আত্মৰক্ষা কৰি জীয়াই থাকিব লগীয়া হৈছিল বাবে তেওঁলোকে সমতল ভূমিৰ পুৰুষৰ দৰে স্ত্ৰীলোকৰ প্ৰতি কঠোৰ হ'ব নোৱাৰিছিল। বৰং তেওঁলোকে নাৰীজাতিক দয়া, শ্ৰদ্ধা আৰু সম্ভ্ৰমেৰেহে ব্যৱহাৰ কৰিছিল। ইউৰোপতো দেখা যায়, চুইট্‌জাৰলেণ্ডৰ পৰ্বতীয়া মহিলা-সকল আন অঞ্চলৰ মহিলাতকৈ অধিক স্বাধীনতা প্ৰিয়।

কেৰল দেশৰ মহিলাই খুব স্বাধীনভাৱে থকাৰ উপৰিও সম্পত্তিৰ অধিকাৰ তাত কন্যা সন্তানৰ ওপৰত হে বৰ্তায়। এনে মালয়ালী সভ্যতাৰ লগত মিলিজুলি থকাৰ ফলত তামিল সভ্যতাৰ ক্ষেত্ৰতো মহিলা আন

অঞ্চলৰ মহিলাতকৈ অধিক স্বাধীন। উত্তৰ ভাৰতত মুছলমানী সভ্যতাৰ প্ৰভাৱ বিস্তাৰৰ ফলত তাত উচ্চ শ্ৰেণীৰ হিন্দুনাৰীৰ মাজত পৰ্দা প্ৰথা প্ৰচলিত হোৱাৰ সময়তো তামিল দেশত আৰু তামিল সভ্যতা গ্ৰহণ কৰা কৰ্ণাটক, তেলুগু আদি দেশত পৰ্দাপ্ৰথাৰ প্ৰচলন হোৱা নাছিল।

নাৰী জাতিৰ বাবে যাৱতীয় নিয়ম-কানুন ৰচিত হয় পুৰুষৰ দ্বাৰা। তামিল নাডুৰ সাধাৰণ ৰীতি-নীতিৰ ক্ষেত্ৰত বহুকাল ধৰি প্ৰামাণ্যৰূপে চলি আহিছে 'ঔবে' নামৰ সুপ্ৰসিদ্ধা মহিলাৰ নীতিকাব্য আৰু নীতি গ্ৰন্থসমূহ। পুৰুষ সকলৰ মাজত কেৱল উচ্চ শিক্ষিত পণ্ডিত সকলেই সামাজিক ক্ৰিয়া-কৰ্মৰ ক্ষেত্ৰত 'তিৰু কুৰুল্', 'নাল্ ডিয়াৰ' আদি গ্ৰন্থক প্ৰামাণ্য বুলি ভাবে। কিন্তু অল্প শিক্ষিত বা অশিক্ষিত নৰনাৰীৰ পথপ্ৰদৰ্শক ঔবেয়াৰৰ নীতি। প্ৰায় দুহেজাৰ বছৰ ধৰি অধিকাংশ তামিল ভাষীৰ বাবে ঔবেয়াৰ-নীতি প্ৰামাণ্যৰূপে গৃহীত।

সাধাৰণ মানুহে ঔবেয়াৰ-নীতি মানি চলিছে বুলিয়েই এই কথা ধৰি লোৱা উচিত নহ'ব যে শিক্ষিত লোক আৰু ডা-ডাঙৰীয়া সকলে এই নীতিক তুচ্ছ কৰি আহিছে। প্ৰকৃতপক্ষে সৰু-ডাঙৰ সকলোৱেই কুৰল, নালডিয়াৰ আদি গ্ৰন্থৰ তুলনাত ঔবেয়াৰৰ গ্ৰন্থবোৰক লৈ বেছি গৰ্ব বোধ কৰে।

ঔবেয়াৰ কেৱল গ্ৰন্থকাৰেই নাছিল। ৰাজনীতিক কথাতো তেওঁ বিশেষ অভিজ্ঞ আছিল কাৰণে তামিল দেশৰ ৰজাসকলে বিশেষ শ্ৰদ্ধা সহকাৰে ঔবেয়াৰক ৰাজকীয় কটকীৰ কামত নিযুক্ত কৰিছিল। তাৰ বাহিৰেও তেওঁ আছিল বিশিষ্ট আত্মজ্ঞানী। যোগসিদ্ধিৰ সহায়ত দীৰ্ঘকাল ৰোগ-জৰা-মৃত্যুৰ পৰা নিজৰ দেহক ৰক্ষা কৰিছিল।

'মাস'ট কৌলগৈ মনওমৈন্দ ক্কাল
ইসনৈ ক্কাট্টুম উদম্বু।'

অৰ্থাৎ ছল, কপট, ভয়, দোষ আৰু বৈৰ ভাবনাৰ পৰা মুক্ত হৈ হৃদয়ত পৱিত্ৰ বিচাৰ ৰাখিলে শৰীৰ দৈৱীশক্তি অৰ্থাৎ অমৰত্বৰ লগত যুক্ত থাকিব।' এয়ে হ'ল শ্লোকটিৰ তাৎপৰ্য। এই শ্লোকৰ ৰচয়িতা স্বয়ং ঔবেয়াৰ আৰু তেওঁ নিজে সুদীৰ্ঘকাল এই আদৰ্শ অনুযায়ী জীৱনযাপন কৰি আহিছিল।

এখন দেশৰ সংস্কৃতিৰ পৰিচয় নিহিত থাকে সেই দেশৰ সাহিত্যত। দৃষ্টান্ত স্বৰূপে ক'ব পাৰি যে, শ্বেক্‌চপীয়েৰ আদি মহাকবিসকলৰ গ্ৰন্থৰাজি ইংৰাজী সভ্যতাৰ মাপকাঠি বুলি বিবেচিত হয়। ইংৰাজ লেখক মেক'লেই কৈছে—'আমি ভাৰত সাম্ৰাজ্য হেৰুৱাবলৈ ৰাজি আছোঁ, কিন্তু শ্বেক্‌চপীয়েৰক হেৰুৱাবলৈ কেতিয়াও মান্তি নহওঁ।'

আমিও এইদৰে ক'ব পাৰোঁ কম্বন্ সম্পৰ্কে, তিৰুবল্লুবৰ্ সম্পৰ্কে, শিলপ্পাধিকাৰম্ ৰচয়িতা ইলেঙ্গো বডিগল সম্পৰ্কে। তথাপিও কম্বন্-তিৰুবল্লুবৰ্ আদিৰ কবি সমাজতো ঔবে দেৱী প্ৰশংসিত, কোনোবাই যদি তেওঁৰ সম্পৰ্কেই মোক সোধে—'তামিল দেশৰ সমস্ত সম্পদ হেৰুৱাবা নে ঔবেয়ৰ প্ৰণীত গ্ৰন্থবোৰ ?' তেতিয়া মই কম—'আন সকলো সম্পদ হেৰুৱালেও একো ক্ষতি নাই। সেইবোৰ তামিল দেশে আকৌ গঢ়ি তুলিব পাৰিব। কিন্তু ঔবে দেৱীৰ ৰচনা হেৰুৱাবলৈ আমি কেতিয়াও সম্মত নহওঁ। তামিল সভ্যতাৰ ইমান ডাঙৰ সম্পদ ৰূপে, এনে অমৰ জ্যোতি ৰূপে শোভমান গ্ৰন্থৰাজি এগৰাকী তামিল ৰমণীৰ ৰচনা—এই কথাষাৰ ভাৰতবৰ্ষৰ নাৰীসমাজক পৰম আনন্দ দান কৰাৰ দৰে এটা খবৰ নহয় জানো ? ইয়াৰ পাছতো জানো নিৰ্লজ্জভাৱে কোনোবাই ক'ব ( নিশ্চয় নকয় ) যে, যি দেশত ঔবেয়াৰৰ দৰে নাৰীৰ জন্ম, সেই দেশৰ নাৰীজাতি পুৰুষৰ তুলনাত হেয় ?

আন দেশসমূহত—দৃষ্টান্ত স্বৰূপে ইংলেণ্ডৰ কথাই ধৰক, তাত যি সকলে তৰ্ক কৰে যে, পুৰুষৰ সমস্ত অধিকাৰ স্ত্ৰী-জাতিক দিয়া নচলে, স্ত্ৰীলোক স্বভাৱতেই পুৰুষৰ তুলনাত বিদ্যাবুদ্ধিত কম, গতিকে তেওঁলোক গৃহকৰ্মৰ উপযুক্ত, জ্ঞানসাধ্য সাধাৰণ কাম কৰিবৰ ক্ষমতা তেওঁলোকৰ নাই—এই তৰ্কৰ সময়ত তেওঁলোকে প্ৰমাণ স্বৰূপে কয়—পুৰুষ জাতিৰ ভিতৰত শ্বেক্‌চ-পীয়েৰৰ দৰে ক্ষমতাসম্পন্ন কোনোবা নাৰী ইংলেণ্ডত জন্মিছে নে। নাই জন্মা। কিয় জন্মা নাই ? এতেকে এই কথা স্পষ্ট যে, স্ত্ৰীজাতি স্বভাৱতেই পুৰুষ জাতিৰ তুলনাত সৰু।'

কিন্তু তামিল দেশৰ কথা ক'বলৈ গলে তৰ্ক নচলিব। কাৰণ, তাৰ প্ৰতিবাদৰূপে এই দেশৰ মহিলাই ক'ব পাৰে, ঔবেয়াৰে যেনে কবিতা আৰু

শাস্ত্ৰ ৰচনা কৰি গৈছে, তেনে ক্ষমতাসম্পন্ন এজন পুৰুষ কবি এই দেশত জন্মিছে নে ? কিয় জন্মা নাই। এতেকে এই কথা সুস্পষ্ট যে পুৰুষ জাতি স্বভাৱতেই স্ত্ৰী জাতিৰ তুলনাত জ্ঞান-বুদ্ধিত সৰু।

মহিমামণ্ডিত আত্মজ্ঞানী ঔবেয়াৰ-বিৰচিত 'ঔৰেক্-কুৰল্' ( ঔবেবাণী ) তামিলদেশৰ যোগী আৰু সিদ্ধ সকলৰ দ্বাৰা উপনিষদৰ দৰে সম্মানিত হৈ আহিছে। যোগশাস্ত্ৰ আৰু মোক্ষশাস্ত্ৰৰ জ্ঞানৰ বাবে এই গ্ৰন্থখনি অৱশ্য পাঠ্য। তাৰ বাহিৰেও যোগশাস্ত্ৰক লৈ আন যি সকলে লিখিছে, তেওঁ-লোকৰ ৰচনা অত্যন্ত দুৰূহ, অপ্ৰচলিত শব্দাৱলীৰে পৰিপূৰ্ণ। ঔবেবাণী বেছ স্পষ্ট, সৰল, তামিল ৰীতিত ৰচিত—যাতে সাধাৰণ লোকেও তাৰ অৰ্থোদ্ধাৰ কৰিব পাৰে। কবিতা ৰচনাৰ এটি মহৎ গুণ হ'ল—চমু অথচ স্পষ্টকৈ কোৱা। ঔবে এই ক্ষেত্ৰত অপ্ৰতিদ্বন্দ্বী।

মানৱ জীৱনত লভ্য যি চাৰিটি উন্নত ফল পুৰুষাৰ্থৰূপে পৰিচিত, সেয়া হ'ল—ধৰ্ম, অৰ্থ কাম আৰু মোক্ষ। এই চতুৰ্বৰ্গৰ ভিতৰত চতুৰ্থ স্থানীয় মোক্ষ বা মুক্তি মনোবাক্যৰ অলভ্য। সেয়ে তিৰুবল্লুবৰে তেওঁৰ প্ৰসিদ্ধ গ্ৰন্থ 'তিৰুক কুৰল'ক তিনিটা ভাগত বিভক্ত কৰি ধৰ্ম, অৰ্থ, কাম —এই ক্ৰমত সজাই, 1330 টি শ্লোকত সেইবোৰৰ বিশদ ব্যাখা কৰিছে। সেইখন এখন অপূৰ্ব গ্ৰন্থ বুলি বিবেচিত হয়। এই গ্ৰন্থত মোক্ষ সম্পৰ্কে কবি নীৰৱ। ঔবেয়াৰে মোক্ষ অংশক লৈ চাৰিটা পুৰুষাৰ্থকেই এটি ক্ষুদ্ৰ 'বেনপা'ত ( কবিতাত ) এই বুলি ৰূপায়িত কৰিছেঃ দান কৰাই ধৰ্ম, অধৰ্ম ৰহিত পথত আয় কৰাই অৰ্থ, কাম হৈছে দুজনৰ ভিতৰত চিৰন্তন মানসিক মিলন আৰু পাৰস্পৰিক সমৰ্থন, আৰু মোক্ষ হ'ল—উল্লিখিত তিনিটাক ত্যাগ কৰি শাশ্বতৰ অনুধ্যান কৰা। এই বেনপাটিৰ তাৎপৰ্য হ'ল—বিশ্ববাসীৰ পক্ষে যাতে ফলদায়ক হয়, এনে ভাবে আমাৰ দেহ, অৰ্থ, প্ৰাণ—এই তিনিটাক নিজ নিজ কাম কৰিবলৈ দিয়া আৰু বিশ্ববাসীৰ হিতৰ বাবে কায়মনোবাক্যে আমাৰ ধন-সম্পদ বিলাই দিয়াই প্ৰকৃত দান। ইয়াৰ লগতে এই কথাও মনত ৰাখিব লাগিব যে, আনৰ বাবে আমাৰ প্ৰাণ দিয়া কি জীৱন দান নহয় ? ডাক্তৰে চিকিৎসা কৰি যি প্ৰাণ-দান কৰে সেয়া জানো দান নহয় ? মানুহে যাতে নিজে নিজেই তাৰ উপযোগী দ্ৰব্যাদি সংগ্ৰহ কৰাৰ শক্তি লাভ কৰিব পাৰে, তেনে শিক্ষা দান জানো দান নহয় ?

মুঠ কথা, প্ৰতিদানৰ কথা নাভাবি যি কোনো প্ৰকাৰে আনৰ কষ্ট নিবাৰণৰ অনুকূল কাম কৰাও দান বুলি অভিহিত হ'ব। এয়ে হ'ল মানুহৰ ইহকালৰ ধৰ্ম। আৰু অৰ্থ কি? কোনো প্ৰকাৰৰ দুষ্কৃতি নকৰি বুদ্ধিৰেই হওক বা শাৰীৰিক শ্ৰমেৰেই হওক, সংগৃহীত অন্ন-বস্ত্ৰ আদি প্ৰয়োজনীয় দ্ৰব্য, ঘোঁৰাৰ গাড়ী, আ-অলংকাৰ, বাদ্য যন্ত্ৰ আৰু এই সমস্ত বস্তু ভোগ কৰিবৰ বাবে আৱশ্যকীয় ঘৰবাৰী, বাগিচা আদি, আকৌ সেইবোৰ বস্তু লাভৰ বাবে মানুহৰ তৈয়াৰী সোণৰ মোহৰ, ৰূপৰ টকা, কাগজৰ নোট— এই সকলোকে সম্পদ বা অৰ্থ বুলি কোৱা হয়। ঔবেয়াৰে এই কথাও কৈ গৈছে যে, সৎ পথত অৰ্জিত বস্তুৱে মানুহক আনন্দ দিয়ে, অসদুপায়ে অৰ্জিত বস্তু নানা দুখকষ্টৰ কাৰণ হয়।

ঔবেয়াৰ প্ৰদত্ত কামৰ সংজ্ঞা অতুলনীয়। আমাৰ প্ৰাচীন সকলে প্ৰেমৰ আনন্দকেই প্ৰকৃত আনন্দ বুলি ঘোষণা কৰিছে। অৰ্থোপাৰ্জনত বা ধৰ্মোপাৰ্জনত জন্মা আনন্দ ক্ষুদ্ৰ আনন্দ। ধৰ্ম বা অৰ্থৰ দ্বাৰা লব্ধ আনন্দতকৈ প্ৰেমৰ আনন্দই শ্ৰেষ্ঠ। মানুহে সুস্বাদু বস্তু খাবলৈ বিচাৰে, সুমধুৰ সংগীত শুনিবলৈ বিচাৰে, সুগন্ধি ফুলৰ গোন্ধ লবলৈ বিচাৰে আৰু এই সকলো ইন্দ্ৰিয় সুখৰ আকাংখ্যাৰ বাবে মানুহৰ চেষ্টাৰ অন্ত নাই। খ্যাতি-প্ৰতিপত্তিৰ আনন্দ লাভৰ বাবেও মানুহে পৰিশ্ৰম কৰে। কিন্তু এই সমস্ত আনন্দ 'অল্পসুখ' বুলি প্ৰাচীনসকলে এই বোৰক কাম অধ্যায়ত নিদি ধৰ্ম বা অৰ্থ অধ্যায়ৰ অন্তৰ্ভুক্ত কৰিছে।

তিৰুবল্লুবৰে কৈছে: 'ৰূপ, ৰস, শব্দ, গন্ধ, স্পৰ্শ—পঞ্চেন্দ্ৰিয়ৰ এই সমস্ত আনন্দ পূৰ্ণৰূপে বিৰাজমান উজ্জ্বল খাৰু-পিন্ধা এই ৰমণীৰ মাজত।' মুঠ কথা, প্ৰেমৰ আনন্দই এই বিশ্বৰ সকলো আনন্দৰ উৰ্দ্ধত। মানৱজীৱনৰ পুৰুষাৰ্থ চতুষ্টয়ৰ মাজত কেৱল প্ৰেমৰ আনন্দকেই আনন্দ বুলি ঘোষণা কৰিছে আমাৰ পূৰ্ব পুৰুষ সকলে। ঔবেয়াৰে অতি মধুৰ তামিল শব্দত সেই কথাকেই কৈছে। তেওঁ কৈছে—'কায়মনোবাক্যে সতীত্ব আৰু ধৰ্ম পথত থাকি নিত্য অৱলম্বনৰূপে এজন পুৰুষে এজনী নাৰীক আৰু এজনী নাৰীয়ে এজন পুৰুষক পাৰস্পৰিক সমৰ্থন কৰি মানসিক ঐক্য লাভ কৰি যি আনন্দ অনুভৱ কৰে, তাকেই ক'ব পাৰি প্ৰকৃত আনন্দ।'

'মুক্তি কি ?' এই প্ৰশ্নৰ উত্তৰত ক'ব পাৰি—'অন্তৰত ঈশ্বৰক স্থাপিত কৰি অহংবোধ বিসৰ্জন দি উল্লিখিত তিনি পুৰুষাৰ্থৰ মাজৰ পৰাও অনাসক্ত হৈ থকাৰ নামেই মুক্তি। এই মুক্তি লাভ কৰিবলৈ হ'লে মানুহে যে আন তিনিটি পুৰুষাৰ্থৰ কোনো প্ৰকাৰৰ সম্বন্ধ বিনা ক্ৰিয়া বিৰহিত হৈ থাকিব, এই কথা ধৰি লোৱা ঠিক নহয়। ঈশ্বৰৰ সৃষ্টিৰ মাজত এনে কেতিয়াও হ'ব নোৱাৰে যে, প্ৰাণ থকালৈকে মানুহে কৰ্মহীন হৈ অৱস্থান কৰিব। শ্ৰীকৃষ্ণই গীতাত কৈছে : '(মনতেই হওক, বাক্যতেই হওক) কোনেও কেতিয়াও এক মুহূৰ্তও কৰ্ম নকৰাকৈ থাকিব নোৱাৰে। কাৰণ, প্ৰকৃতিৰ গুণত অৱশ হৈ সকলোৱেই কৰ্ম কৰিবলৈ বাধ্য হয়।'

আজিও ঔবেয়াৰ প্ৰণীত গ্ৰন্থসমূহৰ বচন উদ্ধৃত কৰি তাৰ সমস্ত মহিমা সবিস্তাৰে ক'বলৈ গলে, বহুতো টীকা-টিপ্পনিৰ, আলোচনাৰ প্ৰয়োজন। এই প্ৰবন্ধটো ইতিমধ্যে বহুতো দীঘলীয়া হৈ গৈছে।

হে মোৰ পৰম নমস্য চেনেহৰ ভনীসকল! ইমান মহিমাময় তামিল সংস্কৃতিৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে তোমালোকৰ শিক্ষা আৰু চেষ্টাৰ ওপৰতে। ভূমণ্ডলত অতুলনীয় এক মঙ্গল আদৰ্শৰ বাবে ভগৱানে তোমালোকক ৰক্ষক-ৰূপে নিযুক্ত কৰিছে। প্ৰচণ্ড ধুমুহা-বৰষুণৰ মাজত পৰি এখনি সৰু নাৱে আত্মৰক্ষাৰ বাবে প্ৰাণপণ চেষ্টা কৰাৰ দৰে এই বিশ্বব্যাপী মহাযুদ্ধৰ পৰিৱৰ্তন, আন্দোলন আৰু বিপ্লৱৰ দ্বাৰা বিক্ষুব্ধ জীৱন-সমুদ্ৰত আমিও কক্ বক্ কৰি আত্মৰক্ষা কৰিবলৈ বিচাৰিছোঁ। এই মহাপ্ৰলয়ৰ দিনত যাতে প্ৰাচীন তামিল সভ্যতা নষ্ট নহয় তাৰ বাবে ভগৱানৰ কৰুণা বৰ্ষিত হওক। তোমালোকে যেন শিক্ষা-দীক্ষাই, সৎকাৰ্যত, ক্ষমতাত, স্বাধীনতাত সেই সভ্যতা-সংস্কৃতি ৰক্ষাৰ বাবে উপযুক্ত হৈ উঠা! পৰম ব্ৰহ্মই তোমালোকক সেই শক্তি দিয়ক!

# তৃতীয় খণ্ড—সমাজ

1. জাতি-বৈষম্য
2. প্ৰাচীন পৃথিৱী
3. পশু-পক্ষী
4. অনন্ত শক্তি
5. তামিল ভাষা
6. মুক্তি
7. সভ্যতাৰ উৎপত্তি

# জাতি-বৈষম্য

ভাৰতৰ দুটা নিদাৰুণ দুৰ্দশা হ'ল—দাৰিদ্ৰ্য আৰু জাতিভেদ। দাৰিদ্ৰ্য দুখ নিবাৰণ কৰিবলৈ আমাৰ দেশত উৎপন্ন শস্য বিদেশলৈ ৰপ্তানি কৰাটো নিষিদ্ধ কৰিব লাগে। ইংলেণ্ড আদি দেশত পুৰাৰ লগে লগে তেওঁলোকৰ খাদ্য সামগ্ৰী বিদেশৰ পৰা আহি হাজিৰ হয়। যেনে—দক্ষিণ আমেৰিকাৰ পৰা মাছ, অষ্ট্ৰেলিয়াৰ পৰা মাখন। আমাৰ দেশৰ অৱস্থা তেনে নহয়। আমাৰ ইয়াত সমস্ত লোকৰ উপযুক্ত পৰিমাণ খাদ্য দেশৰ মাটিয়েই দান কৰে। যথেষ্ট পৰিমাণ টকা মজুত কৰি ৰাখিলে খাদ্যৰ সুব্যৱস্থা হয়। কিন্তু সেই অৱস্থা আমাৰ নাই। যিদিনা আমি খাদ্য শস্যৰ ৰপ্তানি বন্ধ কৰিব পাৰিম, সেইদিনাৰ পৰাহে আমাৰ জনসাধাৰণে উপযুক্ত পৰিমাণে খাদ্য পাব। এই বিষয়ত সফল হ'বলৈ হলে ব্যৱসায়ী সকলক বাধ্য কৰিব লাগিব যাতে তেওঁলোকে তেওঁলোকৰ উদৰ পূৰ্তিকে লক্ষ্য নকৰি তেওঁলোকৰ লাভৰ লগে লগে জনসাধাৰণৰ কষ্টৰ কথাও মনত পেলায়। এইদৰে ঘৰৰ খাদ্য ঘৰত ৰাখিয়েই দৰিদ্ৰ সকলকো খাদ্যৰ যোগান ধৰিব পাৰে।

পুৰী অঞ্চলত বৰ্তমান ভীষণ দুৰ্ভিক্ষ হৈছে। আৰু আমাৰ দেশীয় ৰজা, জমিদাৰ, শাস্ত্ৰী, মহাজন, ব্যৱসায়ী, বেৰিষ্টাৰ উচ্চপদস্থ কৰ্মচাৰী সকলাৰেই তেওঁলোকৰ নিজৰ পেট এনেদৰে ভৰাইছে, যাতে তেওঁলোকৰ পেট হে পেটুৰা হৈ উঠে আৰু অজীৰ্ণ ৰোগ নিত্য লগৰী হয়। এই কথা ভাবিলেও দুখ লাগে যে দুৰ্ভিক্ষত যেতিয়া হেজাৰ হেজাৰ লোক শেষ হৈ যাবলৈ লৈছে, তেতিয়া গৰীব-দুখী সকলৰ জীৱন-মৰণ সমস্যাই বৰ বৰ মানুহৰ অন্তৰত স্পৰ্শ কৰিব পৰা নাই।

ইমান দুখৰ মাজতো আৰু এটা সংকট জাতিভেদ প্ৰথা।

হীনজাতিৰ লোক সৰহ ভাগ ক্ষেত্ৰতে দুখীয়া হৈয়ে থাকে, এই কথা অস্বীকাৰ কৰিব নোৱাৰি। পৰিশ্ৰমৰ কষ্টও এওঁলোকৰে আটাইতকৈ বেছি। অন্যায় অনাচাৰ সমগ্ৰ পৃথিৱী জুৰি আছে, কিন্তু আমাৰ দেশৰ দৰে ইমান জঘন্য অৱস্থা আৰু ক'তো নাই।

মাদ্ৰাজ অঞ্চলত এজন ধনীৰ ঘৰত বিশেষ এটা উৎসৱৰ বাবে শঙ্কৰ নায়িনাৰ মন্দিৰৰ পৰা এটা হাতী অনা হয়। মতা হাতী, 18 মাহ বয়স।

অতি দুষ্ট প্ৰকৃতিৰ হাতী—এই কথা বিয়পি যোৱাৰ ফলত বহু অঞ্চলৰ লোক দলে দলে চাবলৈ আহে। আজিপুৱা মইও এজন বন্ধুৰ লগত হাতীটো চাবলৈ যাওঁ। হাতীটোৰ প্ৰধান বৈশিষ্ট্য হ'ল এয়ে যে, তাৰ মাউত দুটা বামুণৰ ল'ৰা, শৈৱ গুৰু বংশৰ সন্তান। সাধাৰণতঃ মাউতৰ কাম কৰে মুছলমান অথবা নিম্ন শ্ৰেণীৰ হিন্দুৱে। এই হাতীটোৰ এনেহে ভাগ্য যে তাৰ কপালত বামুণ মাউত জুটিছে।

এজন মাউতৰ লগত মই হাতীটোৰ গুণাৱলী সম্পৰ্কে কথা পাতি-ছিলোঁ। পুৱা মই নৈৰ পাৰলৈ যাওঁতে হাতীটোক নিষ্ঠুৰভাৱে কোবোৱাৰ দৃশ্য মোৰ চকুত পৰে। সেই কথা উলিয়াই কলোঁ—'চোৰাঁ, জীৱ-জন্তুক মৰমেৰে হে শিকাব লাগে। নিৰ্দয়ভাৱে মাৰধৰ কৰি নহয়।' ক'বলৈহে পালোঁ। সি মোৰ মুখে মুখেই ধৰি কথাৰ আখৈ ফুটাবলৈ ধৰিলে—'এই যে হাতী, এইটো হ'ল নিম্নশ্ৰেণীৰ। হাতীৰ ভিতৰত প্ৰধানকৈ চাৰিটা জাত—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ। প্ৰত্যেক জাতৰো আকৌ বেলেগ বেলেগ ডাল-পাত। এইটো হ'ল শূদ্ৰ জাতিৰ হাতী।' এই দৰে সি ফৰফৰকৈ বহুত কথাই ক'লে।

মই মাউতৰ এই কাহিনীটো লিখাৰ উদ্দেশ্য মাথোন এয়ে যে, আমাৰ মনত জাতিভেদৰ সংস্কাৰ কিমান গভীৰলৈ শিপাইছে তাকে দেখুওৱা। হাতীক লৈয়ো ব্ৰাহ্মণ-ক্ষত্ৰিয়-বৈশ্য-শূদ্ৰ। ঘোঁৰাক লৈও সেয়ে। আকাশৰ গ্ৰহ-নক্ষত্ৰ সম্পৰ্কেও সেই ধৰণৰে জাতিভেদ। গ্ৰহ-ৰত্নাদিতো সেয়ে। এনে প্ৰকাৰৰ জাতিভেদ যি দেশত ইমান দ লৈকে শিপাইছে, সেই দেশত সাম্য, মৈত্ৰী, স্বাধীনতা আদি আদৰ্শবোৰ স্থায়ীভাৱে প্ৰতিষ্ঠিত কৰা জানো সহজ কথা? জাত জানো এটা-দুটা? অসংখ্য জাতৰ দল-উপদল কিমান কি? 'পৰৈয়া' বিলাক হীন জাত। তেওঁলোকৰ ভিতৰত 18 টা উপদল। নুলিয়া বিলাকৰ ভিতৰত হেনো 108 টা দল। তাৰ বাহিৰেও আৰু যে কিমান জাত! পৰস্পৰৰ মাজত এক চৰুত, একে শাৰীত বহি খাব নোৱাৰে। ছোৱালী অনা-নিয়া নাই। পৰিহাস! মহা পৰিহাস! আগৰ পৰাই ইমান বোৰ ভাগ। সেয়ে যথেষ্ট হোৱা নাই। আকৌ নিতৌ নতুন দল গঢ়ি উঠিছে; ভাগ ভাগ হৈছে। 'সমাজ-সংস্কাৰ বিচৰা কোনো কোনো সৎ উদ্দেশ্যবান লোকে যথাৰ্থ কামৰ পথ বুজিব নোৱাৰি সমাজত নতুন শ্ৰেণীৰ

সৃষ্টি কৰিছে। 'বেলাল' সম্প্ৰদায়ৰ কিছুমান ইংৰাজী লিখা-পঢ়া জনা লোকে নিজকে দ্ৰাবিড় ব্ৰাহ্মণ নামেৰে চিহ্নিত কৰি পৰম্পৰাগত 'পিল্লৈ' উপাধি এৰি দি 'ৰায়' উপাধি গ্ৰহণ কৰিছে।

এনে ধৰণৰে আৰু এটি ঘটনা। বল্লুবৰ সম্প্ৰদায়ৰ মানুহে তাঞ্জোৰ জিলাত এখন সভা পাতি এই মৰ্মে প্ৰচাৰ পত্ৰ উলিয়াইছে যে, তেওঁলোক উন্নত জাত, অন্য 'পৰৈয়া' সকলৰ লগত তেওঁলোকৰ কোনো সম্পৰ্ক নাই। 'পৰৈয়া' সকল অস্পৃশ্য, জুই-পানী আলগ। 'বল্লুবৰ' সম্প্ৰদায়ৰ মানুহে যেন তেওঁলোকৰ চিৰপৰম্পৰাগত জ্যোতিষ শাস্ত্ৰৰ তত্ত্ব আনক কৈ নিদিয়ে ইত্যাদি। যি সকলে এই নিয়ম ভঙ্গ কৰিব, তেওঁলোকক এই নিয়ম পালন কৰাবলৈ বাধ্য কৰা হ'ব। এনেবোৰ কথা-কাণ্ডত অসহিষ্ণু হৈ বল্লুবৰ সম্প্ৰদায়ভুক্ত শ্ৰীবি, এল, পেৰুমালে এটি প্ৰবন্ধ লিখিছে—"বল্লুবৰ, পৰৈয়া আৰু পঞ্চম জাতি।' সমস্ত বিষয়টো পৰিষ্কাৰ কৰি এনে এটি সুন্দৰ প্ৰবন্ধ লিখাৰ বাবে মই অতিশয় আনন্দিত হৈছোঁ।

কিন্তু সেই প্ৰবন্ধত তেওঁ যে কৈছে—চাৰিভাগত বিভক্ত বেলাল কুলৰ পৰা পৰৈয়া বিচ্ছিন্ন হৈছে—এই কথা ভ্ৰান্ত আৰু ভিত্তিহীন। কিহৰ ভিত্তিত তেওঁ এই মত প্ৰকাশ কৰিছে বিশদ ভাবে কোৱা নাই। ভাব হয়, কেৱল জাতি বিৰোধৰ ফলতে লোকে এই ধৰণৰ কথা কয়। অযথা শত্ৰুতাত কাৰো মঙ্গল নাই।

সকলো জাতিৰ লোকে ঠিকে ঠিকে লিখা—পঢ়া শিকিলে সকলোৱেই সমান বিদ্বান হৈ উঠিব। আমিষী সকল নিৰামিষী হওক। ইয়াৰ পিছত স্বামী বিবেকানন্দই কোৱাৰ দৰে সকলোকেই পোনে পোনেই ব্ৰাহ্মণ কৰি দিব পাৰি। নিম্ন শ্ৰেণীৰ লোকক সৎ সংস্কাৰৰ দ্বাৰা যে ব্ৰাহ্মণ কৰা যায় তাৰ দৃষ্টান্ত আমাৰ বেদতেই আছে। মই কোৱা কথাটো এয়ে যে, সমগ্ৰ ভাৰতক ব্ৰাহ্মণৰ দেশ কৰি দিলে দেশৰ মঙ্গলেই হ'ব। যি কোনো জাতিৰ লোকেই নহওক লাগে, তেওঁলোক যদি আমিষী নহয়, তেন্তে তেওঁৰ ডিঙিত লগুণ দি তেওঁক গায়ত্ৰী মন্ত্ৰ শিকাই দিলে তাৰ পিছত তেওঁ ব্ৰাহ্মণৰূপে গণ্য হ'ব পাৰে। এয়া হ'ল বিবেকানন্দৰ বাণী। যথাসম্ভৱ সৎপন্থা। কিন্তু তাতোকৈও ডাঙৰ কথা নিজ নিজ শ্ৰেষ্ঠতা পাহৰি গৈ উচ্চশ্ৰেণীৰ মানুহৰ নিম্নশ্ৰেণীৰ মানুহৰ লগত মিলা-মিচা কৰাটো।

# প্ৰাচীন পৃথিৱী

এই পৃথিৱী অতি প্ৰাচীন। কিন্তু ইয়াৰ আকাৰ নতুন যেন লাগে। আও পুৰণি প্ৰকৃতি; এজোপা নিম গছ মৰিলে আৰু এজোপা গজি উঠে। নিম গছৰ বংশ চিৰকাল আছে, চিৰকালেই থাকিব। মাটি যিমান দিনলৈ থাকিব, সিমান দিনলৈ তাৰ গাত বেলিৰ পোহৰ পৰিবহি। বৰষুণ, বতাহ, জন্ম, বৃদ্ধি, ৰোগ-ব্যাধি, প্ৰতিকাৰ, বন্ধন, মুক্তি, ক্ষয়-ক্ষতি, আনন্দ, দুখ, ভক্তি, পাহৰণি, জৰা, বিপদ-আপদ, ভয়, ব্যাকুলতা—এই সকলোবোৰেই চিৰকাল ধৰি আছে!

যন্ত্ৰৰ পৰিৱৰ্তন ঘটে, পৃথিৱী আগ বাঢ়ি যায়। কিয় কৈছোঁ বুজিব পাৰিলে নে? আমাৰ সকলোৰে অজানিতে আকাশৰ পৰা এটি সভ্যতা হঠাৎ এদিন টপ কৈ সৰি পৰে, সেই কথা স্কুলীয়া ল'ৰা-ছোৱালীৰ মুখত শোভা পায়। মই সেই কথা বিশ্বাস নকৰোঁ। মই কওঁ—এই পৃথিৱী অতি পুৰণি—আও পুৰণি।

দুঃখী জনৰ অভৱ-দাৰিদ্ৰ্য চিৰকালেই কষ্টকৰ। আৰু বৰ মানুহৰ নানা-ৰকমৰ সা-সুবিধা। মন্দিৰৰ কোনো অভাৱ দেশত নাই। মন্দিৰৰ দেৱতা তো আৰু দেৱতা নহয়, শিল। যদি সেই বিলাক সঁচা দেৱতা হ'ল হেঁতেন তেন্তে ইমানদিনে সত্যযুগ জানো নহাকৈ থাকে?

সকলো দেশতে সৰ্বকালতে এই কথাই চলি আহিছে। বলী জনৰ গানত কোলাহল আছে অৰ্থাৎ তেওঁৰ জীৱনেই মজাৰ। কষ্ট গৰীব দুঃখী-সকলৰ। আদি যুগত ধনী-দুখীয়া কেনেকৈ সৃষ্টি হ'ল? কিয় মানৱ জাতি দুই ভাগত ভাগ হ'ল?—সামৰিক-অসামৰিক? সকলোৱেই একেলগে লগ হৈ খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰা ঠাইত হঠাৎ অনৈক্য আহিল কেনেকৈ? এই গোটেই বোৰ প্ৰশ্ন নেতা সকলৰ বিচাৰ্য। এতিয়া তাৰ সময় নাই। এতিয়া মাত্ৰ আলোচনা কৰিম গৰীব-বৰ মানুহৰ বিষয়টো লৈ।

এজন শেঠে ব্যৱসায় কৰিবলৈ গৈ সৰ্বস্ব হেৰুৱাই গৰীব হৈ গ'ল। তেওঁৰ ঘৰুৱা পুৰোহিতক সুধিলে—'দেউ, বৰ-মানুহ হ'বলৈ কি কৰাৰ দৰকাৰ?' পুৰোহিতে ক'লে—'নৱগ্ৰহ পূজা কৰিব লাগিব।' শেঠে সুধিলে—'কিমান খৰচ পৰিব।' ব্ৰাহ্মণে ক'লে—'বেছি নহয়। মাত্ৰ দহোটা

সোণব মোহৰ।' উত্তৰত শেঠে ক'লে—'দেউ, সোণৰ মোহৰ পাম ক'ত ? মোৰ হাত এতিয়া উদং। আনকি নাৰিকল গছৰ ছাপ থকা কলম্বো পইচা (শ্রীলংকাৰ পইচা ) এটিও মোৰ হাতত নাই। এনে অৱস্থাত কি কৰিলে টকা-পইচা পাম বুলি আপোনাৰ শাস্ত্রই কয় ? তাকে কৰক।'

তেতিয়া পুৰোহিতে ক'লে—'তুমি আগৰ জনমত ব্রাহ্মণক ভালদৰে দান-ধৰম কৰা নাছিলা, সেয়ে এই জন্মত তোমাৰ এই দুৰ্গতি। তোমাৰ প্রায়শ্চিত্তৰ ব্যৱস্থা আমাৰ শাস্ত্রত নাই। পিছে, এই জন্মত এতিয়াৰ পৰা ধর্ম-পুণ্য কৰিলে অহা জন্মত তোমাৰ টকা-পইচা হ'ব।'

পুৰোহিতৰ এনে বিধান শেঠৰ ভাল নালাগিল। তেওঁ ক'লে—'তাত নো মোৰ কি লাভ হ'ব দেউ ? অহা জন্মত মই আৰু এটা মানুহ হৈ জন্ম লম, তেতিয়া মোৰ ধন হ'লে এতিয়াৰ যি মই—সেই 'মোৰ' কিমান কণ লাভ ? কোনো লাভ নাই। গতিকে আপোনাৰ সেই অনা শাস্ত্র-বচনত মোৰ কাম নিসিজে। এই জন্মতেই মোৰ ধন বিচৰাৰ দৰকাৰ। অহা জনমলৈ এতিয়া কিছু ধন লগোৱা মূৰ্খৰহে কাম, বুদ্ধিমানৰ নহয়।'

কোনো কোনো জীৱ-জন্তু দল পাতি বাস কৰে, তাৰ পিছত নিজৰ মাজতে হাই-কাঁজিয়া কৰি নিজেই নিজকে ধ্বংস কৰে, এনে উদাহৰণ নাই। একমাত্র মানুহ নামৰ জন্তুৰ মাজতহে দীৰ্ঘকাল ধৰি এই ৰীতি চলি আহিছে। হোমাৰৰ যুগৰ পৰা কন্‌ষ্টাইনটান-ৰ যুগলৈকে গ্রীচদেশৰ যুদ্ধ বন্ধ হোৱা নাছিল। ধুমুহা-বৰষুণৰ দুৰ্যোগৰ ৰাতিও চুৰি-ডকাইতি বন্ধ নহয়। পাপ চিৰকালেই চলি আহিছে। আমিও চিৰকাল বিচাৰি উলিয়াব লাগিব—বিষৰ প্রতিকাৰ কি, ব্যাধি কিহেৰে উপশম হয়, দৰিদ্রই কেনেকৈ সম্পদ লাভ কৰিব, অশিক্ষিতে কেনেকৈ শিক্ষা লাভ কৰিব।

এজন ব্যৱসায়ীয়ে লাভ কৰিবলৈ হ'লে একে কোবেই বেলিটোলৈ হাত মেলি জঁাপ মাৰিলে নহ'ব। প্রাচীন ৰীতি অনুযায়ী লাহে-ধীৰে হে চলা উচিত। অতি কথকীক কথাই খায়। লাহে ধীৰে যোৱা জনে লক্ষ্য স্থান পায়গৈ। প্রাচীন পথেই সৎপথ। সেইটোৱেই চিৰকালৰ যোৱাৰ পথ। পৃথিৱীত সকলো কামেই খোপে খোপে হে আগ বাঢ়ে, ধাপে ধাপে হে ওপৰলৈ উধায়। হঠাৎ উঠিলে হঠাৎ পৰি যায়—চিলা যেনেকৈ লুটি খাই পৰে। সূৰ্যই গতি কৰে এটা হিচাপত। তাৰ পথ সলনি নকৰে। প্রাচীন পন্থাই ব্যৱসায়-বাণিজ্যৰ নিৰ্ভুল পন্থা।

# পশু-পক্ষী

'কোল্লা বিৰদ্ম কুবলয় মেল্লা মোংগী,
য়েল্লোৰক্কুম্ সোলবদেন ইচ্ছৈ পৰা পৰমে'
( তায়ূমানবৰ্ )

বিশিষ্ট বেদজ্ঞ আৰু ব্যাৱহাৰিক বিষয়ত অভিজ্ঞ মোৰ এজন বন্ধুৱে ( তেওঁক মই ইয়াত গোপাল পিল্লৈ ছদ্মনাম দিছোঁ ) আজি মোৰ ওচৰলৈ আহি কথা-বতৰা হৈছিল।

তেওঁ মোক সোধে—"আপুনি আলোচনীৰ বাবে বহুতো লেখা লিখে। এইদৰে লিখাই ভাল যাতে কোনো শ্ৰেণী বা সম্প্ৰদায়ৰ অন্তৰত আঘাত নালাগে।' 'ইনচোল্লাল অন্দ্ৰী ইৰুনীৰ বিয়ন্নুলকম্ বনচোল্লাল এন্দ্ৰম মলিলাদে' অৰ্থাৎ এই পৃথিৱী আৰু স্বৰ্গ মধুৰ বচনৰ দ্বাৰা হে আনন্দিত হৈছে, কটু বচনৰ দ্বাৰা নহয়।' এনে ধৰণৰ এটা কথা জানো নাই? আনৰ যাতে ক্ৰোধ নজন্মে—সেইভাৱে যিমান ইচ্ছা লিখিব পৰা যায়। পৃথিৱীৰ সংস্কাৰ সাধন কৰা, বিশ্ববাসীৰ যথাসাধ্য উপকাৰ কৰা—এইবোৰ হ'ল আলোচনীত আপোনাৰ প্ৰবন্ধ লিখাৰ উদ্দেশ্য, নহয় জানো? সেই উদ্দেশ্য দ্ৰুত পূৰণ কৰিবলৈ হ'লে আমাৰ আদৰ্শ আৰু নীতিবোৰ ক্ৰোধ প্ৰকাশ নকৰাকৈ মধুৰ ভাষাৰে লিখাই উচিত, যাতে আনৰ মনত কণমানো দুখ নিদিয়ে।'

মই কলোঁ—'খুব ভাল কথা। মোৰ নিজৰো মত সেয়ে। তথাপিও নাৰীজাতিৰ অৱস্থা, নিম্নশ্ৰেণীৰ মানুহৰ অৱস্থা, গৰীবৰ অৱস্থা, পশু-পক্ষীৰ অৱস্থা—এই বোৰ বিষয়ে লিখাৰ সময়ত এই দুৰ্বল শ্ৰেণীবোৰৰ ওপৰত যি মানুহৰ নিৰ্মম, নৃশংস আচৰণ, সেইবোৰৰ ওপৰত মোৰ ইচ্ছাৰ বিৰুদ্ধেও বিষম ক্ৰোধাগ্নি জ্বলি উঠে। কিন্তু এই ক্ৰোধও যথাসম্ভৱ শীঘ্ৰেই দমন কৰাৰ চেষ্টা কৰিম। কাৰণ, আপুনি ঠিকেই কৈছে, আমাৰ পৌৰুষ বচন আমাৰ উদ্দেশ্য সিদ্ধিৰ বাটত হেঙাৰ হৈ পৰে। পাঠা-ভেড়াৰ মাংস খোৱা সকলক মুখত যি ওলায় তাকে কৈ বকিলেও লাভ নাই। তেওঁলোকৰ মাংস খোৱাৰ অভ্যাস নাযায়। উপযুক্ত কাৰণ দৰ্শাই তেওঁলোকক অনুৰোধ কৰিম, তেওঁলোকৰ দয়া প্ৰাৰ্থনা কৰিম। তেওঁলোকে যাতে আমাৰ যুক্তি স্বীকাৰ কৰে তাৰ উপায় উলিয়াব লাগিব।

মোৰ বন্ধু গোপাল পিল্লৈয়ে ক'লে—'মানুহে মাংসাহাৰৰ বাবে জীৱ হত্যা কৰাৰ কথা মনলৈ আহিলেই খং উঠি আহে। পাঠা, ভেড়া ইত্যাদি কটাৰ সময়ত আপুনি কেতিয়াবা কাষত থিয় হৈ চাইছেনে? পাঠা বলি-দিয়াৰ সময়ত হতভগীয়া জন্তুটোৱে মূৰ লৰালে দাখন ডিঙিত ঠিকমতে নপৰিব বুলি তাৰ সন্মুখত ঘাঁহ-পাত কেইডালমান দিয়ে। সেই কেঁচা ঘাঁহ-পাত খাবলৈ বেচেৰাই যেতিয়া মুখখন টেঁাৱাই ডিঙিটো আগলৈ মেলি দিয়ে, একে ঘাপতে তাৰ মূৰটো ছিঙি পেলোৱা হয়। এই বলিদানৰ দৃশ্য দেখিলে পাষণ্ডইঁতৰ প্ৰতি বাৰু খং নুঠাকৈ পাৰেনে? তেওঁলোকক জানো তেতিয়া ক্ষমা কৰাৰ প্ৰশ্ন উঠে। ইমান সহজে এটা পাঠা কাটি তাক মাৰি পেলোৱা হয়—তেওঁ-লোকে জানো সেইদৰে এটা জীৱন দান কৰিব পাৰে?

কেইদিনমানৰ আগতে শঙ্কৰ নায়িনাৰ মন্দিৰৰ ওচৰৰ এখন গাঁৱলৈ গৈছিলোঁ। তাত সেইদিনা খুব ভিৰ। কি কথানো? মাডন্ দেৱতাৰ মন্দিৰলৈ সকলোৱে পূজা দিবলৈ আহিছে। সেই মাডন্ দেৱতা কোন জানে নে? বহু বছৰৰ আগতে মাডন্ নামে সেই গাঁৱৰ মৰবন সম্প্ৰদায়ৰ এটা মানুহে হেনো চাৰিও দিশে চুৰি-ডকাইতি হত্যা, লুটপাট কৰি খুব বীৰত্বৰ পৰিচয় দিছিল। তাতকৈও ডাঙৰ কথা, তাৰ হেনো খুব দয়া-দাক্ষিণ্য আছিল দীন-দুখীসকলৰ প্ৰতি। তাৰ মৃত্যুৰ পিছত তাক সেই ঠাইতে সমাধিস্থ কৰি সেই সমাধিৰ ওপৰত এটা মন্দিৰ সাজি সেই মৰবনক মাডস্বামী দেৱতালৈ পৰিণত কৰি ওচৰ-পাজৰৰ গাঁৱৰ মানুহে খুব ধুম ধাম কৈ পূজা দিয়ে। এবাৰ কৌতূহল-বশতঃ কেইজন মান বন্ধুৰে সৈতে তালৈ গৈছিলোঁ। মন্দিৰ চাবলৈ। তাত যাঠিৰ দৰে জোঙা দুই-তিনিশ গোঁজ পোতা থাকে। পাঠাবোৰ যেতিয়া গোঁজত তুলি দিয়ে আৰু সিহঁতে ভীষণ যন্ত্ৰণাত ছটফটাই ছটফটাই মৰে— সেই দৃশ্য মই নাচালোঁ। সেই দৃশ্য দেখিলে যে মোৰ মনৰ অৱস্থা কি হ'ল হেঁতেন! পাঠাবোৰ মৰাৰ পিছত সিহঁতৰ বৈ যোৱা তেজবোৰ দেখিছোঁ। সেই কথা মনত পৰিলে এতিয়াও মোৰ গাৰ নোম শিয়ৰি উঠে। হায়! কি মহাপাপ!' এই বুলি কৈ বন্ধুবৰ গোপাল পিল্লৈ নীৰৱ হ'ল।

তেতিয়া মই কলোঁ—'কিছুদিনৰ আগতে পাৰস্যৰ নাম-নাচ ৰজা এজন্য ইউৰোপ ঘূৰি-পকি স্বদেশলৈ যোৱাৰ বাটত বাগদাদ নগৰ পৰিদৰ্শন কৰে।

বাতৰিত প্ৰকাশ, সম্ৰাটৰ অভ্যৰ্থনাৰ বাবে বাগদাদ নগৰত সেইদিনা ৪০ টাৰ পৰা 100 ছাগলী বলি দিয়া হয়। বাতৰিটো পঢ়াৰ সময়ত ভাব হৈছিল যেন একোটাহঁত জুইৰ গুলী আহি মোৰ পেটত খুন্দা মাৰিছে। বিদেশৰ কথা এৰক। আমাৰ দেশৰ কথাকে বাৰু ভাবক চোন। দেৱতাৰ মন্দিৰ বোৰত এটা এটা পূজাত এই যে হাজাৰে হাজাৰে পাঠা বলি দিয়া হয়, সেই কথা ভাবিলে খং দমাই ৰখা টান হৈ পৰে।

তিৰুনেলবেলিৰ কাষত 'কুৰঙ্গিনী'ৰ মন্দিৰ বুলি এটা মন্দিৰ আছে। তাত বছৰি উৎসৱৰ সময়ত অসংখ্য পাঠা-ছাগলী বলি দিয়া হয় বুলি শুনিছোঁ। এইদৰে মাদ্ৰাজ চহৰৰ কাষৰ এখন গাঁৱত এটি দেৱী মন্দিৰ আছে! এতিয়াও সমগ্ৰ দেশ জুৰি এনে কিমান যে মন্দিৰ আছে তাৰ লেখ নাই। এই মন্দিৰ বোৰত বলিদান বন্ধ কৰাৰ বাবে মন্দিৰৰ কৰ্মকৰ্তা আৰু জননেতা সকলৰ হাতে-ভৰিয়ে ধৰি অনুৰোধ জনাই কাকতত লিখিম। আপুনি কৈছে নহ'য়— 'কঠুৱা ভাষা প্ৰয়োগ কৰি কোনো লাভ নহব?' আমি কি কৰিম তেনে হলে?

এই দৰে বহুপৰলৈ জীৱহত্যা, সেই হত্যাজনিত পাপ আৰু সেই পাপৰ পৰা উদ্ভূত মানুহৰ ৰোগমৃত্যু আদি বিষয় লৈ কথা-বতৰা হৈছিলোঁ। সেই বোৰ কথা সম্পূৰ্ণ কৈ লিখাৰ দৰকাৰ। মই বন্ধু গোপাল পিল্লৈৰ ওচৰত প্ৰতিশ্ৰুতিবদ্ধ হৈছোঁ আৰু, আৰু সেই অনুযায়ী ইয়াতে এই অনুৰোধ জনাওঁ, যে, হে তামিল দেশৰ জননেতা সকল! আপোনা লোকৰ চৰণত পৰি নমস্কাৰ! জনসাধাৰণৰ মাজত মাংস ভক্ষণ প্ৰথা ৰহিত কৰাৰ উপায় উলিয়াওক।

# অনন্ত শক্তি

সামান্য গুড়ি পৰুৱা এটাই তাতোকৈ ডাঙৰ পোক একোটাহঁত কিহৰ বলত টানি লৈ যায়? শক্তিৰ বলত। ধুমকেতুৱে লক্ষ যোজন দূৰত থকা তাৰ নেজ টানি টানি কক্ষপথত প্ৰচণ্ড বেগত ঘূৰায় কিহৰ বলত? শক্তিৰ বলত। সেই ধূমকেতুৱে 75 বছৰত এবাৰ নিজৰ কক্ষপথত থাকি সূৰ্যক কেন্দ্ৰ কৰি ঘূৰে কিহৰ বলত? শক্তিৰ বলত।

এজনী ছোৱালীয়ে গান গায়। আনহাতে নেপোলিয়নে সমগ্ৰ ইউ-ৰোপ জয় কৰে। এই দুয়োটাৰ অৱলম্বন শক্তি। চকুৰ আগত জিলিকি থকা জ্ঞান গোচৰ মহাশূন্য এই যে অসীম জগত—এই জগতক যি জনাই পৰিচালিত কৰিছে, সেই শক্তি ও অসীম অনন্ত। মানুহে যদি এই অনন্তৰ চিন্তাত মগ্ন হ'ব পাৰে, বহুত ফল লাভ হ'ব। 'যদ্ ভাবয়সি, তদ্ ভৱসি'—তুমি যি ভাবিছা সেই দৰেই হ'ব।

কিন্তু এই কথা নাভাবিবা যে মহাশূন্যৰ মহাশক্তিৰ কথা চিন্ত কৰা খুব সহজ কথা। প্ৰাণপূৰ্ণ আন্তৰিকতাৰে চিন্তা কৰিব লাগিব। ইয়াক উল-মূলা কথা বুলি নলবা। নিয়মিত ৰূপে নিজে চৰ্চা কৰিলেহে ইয়াৰ মহত্ব বুজিব পাৰিবা।

জ্ঞানী আৰু যোগী বুলি অভিহিতসকল এই শক্তিৰ অধিকাৰী। সাধাৰণলোকে এই শক্তি লাভৰ উপায় নুবুজি প্ৰাকৃতিক পদ্ধতিতেই অলপ-অচৰপ শক্তি লাভ কৰে। শক্তিহীন হৈ মানুহে খন্তেকৰ বাবেও জীয়াই থাকিব নোৱাৰে।

মুকলি বতাহত ফুৰিবৰ সময়ত সেই বতাহৰ লগত যোগাযোগ স্থাপিত হ'লে শক্তি উৎপন্ন হয়। কঠোৰ পৰিশ্ৰমৰ দ্বাৰাও শক্তি জন্মায়, জ্ঞানৰ সাধনাতো শক্তিৰ উদ্ভৱ হয়। এই দৰে কণ কণ কৈ সংগৃহীত শক্তিৰ বলতে পৃথিৱীত মানুহ জীয়াই আছে।

আমাৰ লক্ষ্য: তামিল জনসাধাৰণৰ মাজত উত্তৰোত্তৰ শক্তিবৰ্দ্ধন কৰা, এই লক্ষ্য পূৰণৰ বাবেই জীয়াই আছোঁ। আমাৰ প্ৰত্যেকেই যেন এই ধ্যান কৰে—মা-ই এই দেশবাসীক শক্তি বৰ্দ্ধনৰ বাবে কৃপা কৰক!

নৃত্য-গীত, মুষ্টিযুদ্ধ, মল্লযুদ্ধ, বিতর্ক-আলোচনা, তপস্যা-ব্রহ্মচর্য, পৱিত্ৰতা প্ৰভৃতিৰ দ্বাৰা এটা জাতিৰ শক্তি বাঢ়ি যায়। মন, বাক্য, কাৰ্য-এই তিনিটা পৱিত্ৰ থকা দৰকাৰ। অন্তৰ-বাহিৰ নিষ্কলঙ্ক ৰখাৰ অনুশীলন-কৰ্তব্য। ভয়, সন্দেহ, চঞ্চলতা এই তিনিটাক ঘৃণা কৰিবা।

'সেই বোৰ হ'ল পুৰণি ৰীতি'—এই কথা ক'লেই কোনো ৰীতি মিছা হৈ নাযায়। আকৌ নতুন হ'লেই এটা ৰীতিক সত্য বুলি বিবেচনা কৰাও ভুল। গভীৰভাৱে অনুসন্ধান কৰি চোৱাৰ পিছতহে বিষয়ৰ সত্যাসত্য উদ্ভাসিত হয়। আমাৰ পূৰ্ব-পুৰুষ সকলে 'যোগ' নামেৰে এটা পথ আৱিষ্কাৰ কৰি গৈছে। যোগ চাৰি প্ৰকাৰৰ – হঠযোগ, ৰাজযোগ, ভক্তি-যোগ আৰু জ্ঞানযোগ। ইয়াৰ ভিতৰত হঠযোগেই সকলোতকৈ ফলপ্ৰসূ। বাকী তিনিটাৰ যোগেদি অনন্ত শক্তি লাভ কৰা যায়। বিষয় জনাৰ গুৰিতেই ইয়াৰ পৰা কি হয় ?—কি ফল জন্মে ? এই ধৰণৰ সন্দেহ কৰা জ্ঞানী আৰু বিশ্বাসী সকলৰ কাম নহয়। সকলোবোৰ কথাকে ফহিয়াই চাব লাগে। এই ধৰণৰ যোগ সাধনা কৰা সকলে অনন্ত শক্তিৰ অধিকাৰী হয়। আমাৰ নো কিয় এই শক্তি জন্মাব নোৱাৰে ? এই মূঢ় তমোগুণৰ দ্বাৰা কি ফল পালোঁ ? এলাহ আৰু বিষয় বাসনাৰ পিছত পৰি, মনক অথৈ সাগৰত উটি যোৱা তৃণৰ দৰে ভহাই দি আমি কি সুবিধা আৰু বৈভৱ পালোঁ ?

সাহস, পৱিত্ৰতা আৰু যি কোনো মহৎ লক্ষ্যত মনক কটকটীয়াকৈ নিবদ্ধ কৰা, স্থায়ীভাৱে নিবিষ্ট কৰা, লাভ-ক্ষতি সম্পৰ্কে উদাসীনতা এই বোৰেই হ'ল যোগৰ ৰহস্য।

# তামিল ভাষা

কলিকতাৰ পৰা প্ৰকাশিত 'মডাৰ্ন ৰিভিউ' নামৰ মাহেকীয়া আলোচনীৰ জানুৱাৰী সংখ্যাটোৰ পাত কালি এবাৰ লুটিয়াই চাইছিলোঁ। তাত তিৰুনেবেলি হিন্দু কলেজৰ ইতিহাসৰ অধ্যাপক শ্ৰীনীলকণ্ঠ আয়াৰৰ এখনি পত্ৰ প্ৰকাশিত হৈছে, ইতিপূৰ্বে উল্লিখিত আলোচনীত শ্ৰীযদুনাথ চৰকাৰৰ কোনো লেখা সম্পৰ্কে শ্ৰী আয়াৰে তেওঁৰ মতামত ব্যক্ত কৰিছে।

শ্ৰী চৰকাৰে কৈছে যে কলেজৰ পৰ্যায়ত ইতিহাস দেশীয় ভাষাত শিক্ষা দিলেই ভাল ফল পাৱা যাব, ইংৰাজীত ইতিহাস অধ্যয়ন বহুখিনি নিস্ফল পৰিশ্ৰমলৈ পৰিণত হৈছে। এই সম্পৰ্কে আমাৰ তিৰুনবেলিৰ অধ্যাপকে কৈছে—তেওঁৰ প্ৰশ্ন এটা ডাঙৰ প্ৰশ্ন, সন্দেহ নাই, কিন্তু আমাৰ কলেজ সম্পৰ্কে ক'ব পাৰি, ইতিহাস যদি ইংৰাজীৰ পৰিৱৰ্তে দেশীয় ভাষাত শিক্ষা দিয়া হয় তেন্তে অধিক ফলপ্ৰসূ হ'ব বুলি ক'ব নোৱাৰি। আমাৰ বেছিৰ ভাগ ছাত্ৰই ইংৰাজী ভাষাত ব্যাকৰণগত ভুলভ্ৰান্তি কৰিলেও মুঠৰ ওপৰত তামিলতকৈ তেওঁলোকে ইংৰাজী ভালেই লিখে। ইতিহাসৰ বিষয় বোৰ লৈ আলোচনাৰ সময়ত মইও তামিলতকৈ ইংৰাজীতহে স্বাচ্ছন্দ্য বোধ কৰোঁ।

এই লেখাখিনি পঢ়ি শ্ৰী নীলকণ্ঠ আয়াৰৰ কথা ভাবি মোৰ দুখ লাগিছে। মাতৃভাষা সহজ ভাৱে, শুদ্ধ ভাৱে ক'ব নোৱাৰে, এনে ব্যক্তিয়ে বিদ্যা শিক্ষা পৰিচালনা কৰিছে—এনে মজাৰ কথা এই দেশতহে দেখা যায়।

তাৰ বাহিৰেও মাতৃভাষা সম্পৰ্কে তেওঁৰ অজ্ঞতাৰ কথা কিয় যে তেওঁ বঙ্গদেশৰ কাকতত লিখিবলৈ গ'ল সেইটোও মোৰ বোধগম্য নহ'ল। চীন, জাপান আদি দেশবোৰেও ইমান দিনে ভাবি আহিছিল যে, ভাৰতবৰ্ষ জ্ঞান বিদ্যা-চৰ্চাত বহুতো পাছ পৰা। সম্প্ৰতি কেৱল কেইজনমান ভাৰতবাসীয়ে বহিৰ্জগতত জনাই আহিছে যে, আমি ভাৰতবৰ্ষৰ মানুহ বনৰীয়া জন্তু নহয়। আমি নেজ নাইকিয়া বান্দৰ নহয়—আমাৰ নিজস্ব ভাষা আছে, আমাৰ মাজত জ্ঞানী-গুণী-বিজ্ঞানী-কবি জন্মিছে। ঠিক এই সময়তে যদি আমাৰ

কোনোবাই ঢোল কোবাই ক'বলৈ লয় যে ভাৰতৰ আন সকলো অঞ্চলৰ তুলনাত তামিল দেশেই আটাইতকৈ পিছ পৰি আছে, তেন্তে আমাৰ জানো হাঁহি নুঠি পাৰে ?

এতিয়া আমাৰ নিজস্ব মতামত কিছু ব্যক্ত কৰিছোঁ। পৃথিৱীৰ জাতিসমূহৰ ভিতৰত হিন্দু জাতি জ্ঞান-সামৰ্থ্যত উন্নত। আমি তামিল-সকল এই হিন্দু জাতিৰ শিখৰৰ দৰে জিলিকি উঠিম। 4/5 টা ভাষাৰ লগত মোৰ পৰিচয় আছে। এই বোৰৰ ভিতৰত তামিলৰ দৰে প্ৰকাশ ক্ষমতা, ওজস্বিতা আৰু সূক্ষ্মতা এটি ভাষাৰও নাই।

মই জানো, বৰ্তমান যুগত তামিল জাতিৰ জ্ঞান, কীৰ্তি ইত্যাদিৰ কথা বহিৰ্জগতত প্ৰচাৰিত হোৱা নাই। যোৱা কেই শতিকা ধৰি তামিল জাতিৰ জ্ঞান-গৰিমা কিছু ম্লান পৰিছে তাকো জানো। কিন্তু অতীত অতীত হৈ গৈছে। তামিল নাডুৰ বৰ্তমান যিয়েই নহওক, ভৱিষ্যৎ উজ্জ্বল। তামিল দেশৰ পোহৰ খুব সোনকালেই বিশ্বজুৰি বিয়পি পৰিব। যদি বিয়পি নপৰে, মোৰ নাম সলাই পেলাব। এতিয়া পণ্ডিত ৰূপে জনাজাত তামিল সহজে ক'ব নোৱৰা সকলে তেতিয়ালৈকে মুখ জপাই মনে মনে থাকক। আনে তামিলক সৰু বুলি ভবা কথা নকৈ মনে মনে থাকক—এই কণেই মোৰ সানুনয় অনুৰোধ। * *

# স্বতন্ত্ৰতা

মহান কবি তিৰুবল্লুবৰে ধৰ্ম, অৰ্থ. কাম আদি তিনি পুৰুষাৰ্থৰ কথা এহেজাৰ তিনিশ ত্ৰিছ 'কুৰল'ত বা সৰু সৰু ছন্দত এনে সুন্দৰকৈ সজাইছে যে তেওঁৰ এনে অদ্ভুত ক্ষমতা দেখি বিস্মিত আৰু মুগ্ধ হৈ কোনো কোনোৱে সেই কথা ঔবেয়াৰক কয়। ঔবেয়াৰে চাৰিটি পুৰুষাৰ্থকেই এটি শ্লোকত গাই শুনালে ঃ

'ইছল অৰম্ তিবিনৈ বিট্টিয়ল পোৰুল ;
এংগ জ্ঞান্দ্ৰম কাদলিৰুবৰ কৰুত্তোৰুমিত্তু-দাতৰবু
পট্টনে ইন্বম ; পৰনৈ নিনৈন্দিইম্ মুন্দ্ৰম,
বিট্টদে পেৰিন্ব বীড়ূ।'

দান কৰাই ধৰ্ম, ধৰ্ম পথে উপাৰ্জিত অৰ্থই অৰ্থ ; কাম হৈছে দুজনৰ চিৰন্তন মানসিক মিলন আৰু পাৰস্পৰিক সমৰ্থন। আৰু মোক্ষ হ'ল উল্লিখিত তিনিটাক ত্যাগ কৰি শাশ্বতৰ অনুধ্যান।'

দানেই হ'ল ধৰ্ম। কবিতাৰ দানেই হওক বা দেশৰ দানেই হওক, ধন, শিক্ষা, সাহস, ঔষধ, ধৈৰ্য্য আদি ভাল আৰু সৎ যি কোনো এটি বস্তু যাৰ আছে, তেওঁ যদি সেই বস্তু যাৰ একান্ত দৰকাৰ তেওঁক দিয়ে, সেয়ে ধৰ্ম। কোন সময়ত, কোন লোকক কোন বস্তু দিয়া উচিত, এই কথা ধৰ্ম পৰায়ণ ব্যক্তিৰ অজানা নহয়। সংগ্ৰহেই সম্পদ। যি বোৰ বস্তু আনন্দ-দায়ক সেই বোৰ আৰু সেই বোৰ কিনাৰ বাবে আৱশ্যকীয় সোণৰ মোহৰ যোগাৰ কৰি ৰখা উচিত। এই সংগ্ৰহত যেন বিৰতি নপৰে। যেন তোমাৰ দুয়ো হাত সদায় অৰ্থ সংগ্ৰহৰ বাবে তৎপৰ হৈ থাকে। কিন্তু সেয়া কোনো দুষ্কৃতিৰ অৰ্থ নহয়। কাৰণ, অসৎ উপায়েৰে অৰ্জন কৰা অৰ্থ নাথাকে, কেৱল যে অৰ্থই নাথাকে, সেইটো নহয়, অৰ্থ সংগ্ৰহকাৰীও সেই অৰ্থৰ শক্তিৰ দ্বাৰা ধ্বংস হয়। তিৰুবল্লুবৰে কৈছে—'অত্যাচাৰীৰ অত্যাচাৰত বোৱা মানুহৰ চকুপানীৰ অভিশাপত তাৰ সকলো অৰ্থ শেষ হৈ যায়।' প্ৰকৃততে উৎপীড়িতৰ হাতত আন একো অস্ত্ৰ নাই—চকুপানী-য়েই সেই অত্যাচাৰীৰ সমস্ত ঐশ্বৰ্য ধ্বংস কৰিব। সম্পদ অতি মধুৰ।

বহু চেষ্টা কৰি তাক অৰ্জন কৰিব লাগে। পৰৰ ক্ষতি নকৰাকৈ সম্পত্তিৰ অধিকাৰী হ'ব নোৱাৰি—এই বোৰ মূৰ্খৰ কথা, ঔবেয়াৰে কৈছে—'আনৰ ক্ষতি নকৰাকৈ অৰ্জন কৰাইহে প্ৰকৃত সম্পদ। অন্য উপায়ে লাভ কৰা দ্ৰব্য বা অৰ্থ ই নানা দুখ-কষ্টৰ সৃষ্টি কৰি অৱশেষত মায়াৰ দৰে নোহোৱা হৈ যায়।'

স্ত্ৰী-পুৰুষ নিৰ্বিশেষে মানুহক ভালপোৱা আৰু সেই ভালপোৱাৰ মাজত জীয়াই থকাই সকলো আনন্দৰ শ্ৰেষ্ঠ আনন্দ। আন সকলো আনন্দতকৈ প্ৰেমৰ আনন্দই শ্ৰেষ্ঠ। মানুহে ভাল পোৱাৰ দ্বাৰা পাব পৰা অৱস্থাক বহুতে অৰ্থৰ দ্বাৰা পাবলৈ বিচাৰে। নৰনাৰীৰ সম্পৰ্ক জড়িত দুখেই মানৱজীৱনৰ ডাঙৰ দুখ। কেইখনমান দেশত বিবাহ-প্ৰথাক নৰকতুল্য কৰি পেলাইছে। ভগৱান প্ৰদত্ত আনন্দ, সেই আনন্দক মানুহে যৎপৰোনাস্তি যন্ত্ৰণাত পৰিণত কৰিছে তাৰ অজ্ঞতাৰ দ্বাৰা, তাৰ পাপপুণ্য চিন্তাৰ দ্বাৰা।

মুক্তিৰ আনন্দ কাক কয়? ভগৱানৰ ওপৰত বিশ্বাস ৰাখি যি হ'ব-হ'ব, সকলো তেওঁৰেই মহিমা, আমাৰ কোনো দায়িত্ব নাই—ইয়াকে ভাবি থকাই মুক্তিৰ আনন্দ। অলপ দুখ হ'লেও মানসিক উদ্বেগক সম্পূৰ্ণ আঁতৰ কৰি ঈশ্বৰৰ চিন্তাই একমাত্ৰ গতি এইভাৱে থকাই মুক্তি। গীতাত কৈছে —'সৰ্ব ধৰ্ম পৰিত্যাগ কৰি মোতেই শৰণ লোৱাঁ।'

সাধাৰণ মানুহে ভাবে যে মুক্ত পুৰুষে ভিক্ষুক হৈ জীৰ্ণবসন পিন্ধি ভিক্ষা কৰি জীৱন নিৰ্বাহ কৰে। ভুল কথা, একেবাৰেই ভুল কথা। হেজাৰৰ ভিতৰত এজন জীৱন্মুক্ত পুৰুষে পৰিব্ৰাজকৰ পথ ল'লেও ল'ব পাৰে। কিন্তু সেইটোৱেই একমাত্ৰ পথ নহয়। জনকে জীৱন্মুক্তি লাভ কৰি ৰাজ্য শাসন কৰিছিল। অৰ্জুন আৰু সমস্ত ঋষি-মুনিয়েও স্ত্ৰী-পুত্ৰ-কন্যা সহ সুখেৰে বাস কৰিছিল। মুক্ত পুৰুষে কোনো কাম কৰিলেও কৰিব পাৰে, কিন্তু তেওঁ বাঁচি থাকে বিবেকৰ ওপৰত বিশ্বাস আৰু ভগৱানক ভক্তি কৰি। আমাৰ প্ৰাচীনসকলৰ এষাৰ কথা আছে—'যি কোনো কাম কৰক, যি কোনো দুখ পাওক, জীৱন্মুক্ত পুৰুষ চিত্ত চিৰ মৌনী।' ঔবেয়াৰে কৈছে —'ভগৱানক চিন্তা কৰা, ধৰ্ম-অৰ্থ-কাম ত্যাগ কৰা, তেতিয়াহে মুক্তি,

তেতিয়াহে আনন্দ।' ত্যাগতেই মুক্তি। মনৰ সন্ন্যাস হে আচল সন্ন্যাস। এনে সন্ন্যাসীক আমি কি গুণেৰে চিনি পাম? ভক্তি প্ৰগাঢ়তাৰ অভ্ৰান্ত লক্ষণ কি? ভয় নাথাবা—বেদে কৈছে। নিৰ্ভীক হৈ থকাই মুক্তিৰ লক্ষণ। যদি জানিব খোজা—মানুহে সত্যে সত্যেই ভগৱানক বিশ্বাস কৰে, নে সেইবোৰ তাৰ ছলহে, তেন্তে তাক বিপদৰ সময়ত চাবা। বিপদ কালতো যিজন অকম্পিত হৃদয়, তেৱেঁই হ'ল জ্ঞানী, ভক্ত, মুক্ত পুৰুষ, মৃত্যু-নিৰ্ভীক আৰু ভগৱানৰ প্ৰকৃত শৰণাগত ব্যক্তি। জীৱমুক্ত পুৰুষে যি কোনো অৱস্থাতেই নাথাকক—তেওঁ অপ্ৰতিদ্বন্দ্বী বীৰৰ দৰে এই এটি জ্ঞান লৈয়েই বিদ্যমান—'ভগৱানক বিশ্বাস কৰিলে ক্ষতি কেতিয়াও নহয়।'

# সভ্যতাৰ উৎপত্তি

ফ্ৰান্সৰ প্ৰধান মন্ত্ৰী ক্লিমেন্সো ভাৰত ভ্ৰমণলৈ আহি কেইদিনমান আগতে বোম্বাইত দিয়া এক ভোজ সভাৰ ভাষণত কোৱা কথাখিনিৰ সাৰাংশ তলত দিয়া হ'ল :

'ফ্ৰান্সৰ বাবে এই মহাযুদ্ধত তেজ দিয়া ভাৰতবাসীসকল স্বদেশলৈ ঘূৰি আহিব পৰা দেখি মই গৌৰৱ বোধ কৰিছোঁ। ভাৰতীয় সৈন্যসকলে বিভিন্ন ফৰাচী পৰিয়ালৰ লগত মিলা-মিচা কৰাৰ সময়ত মই তেওঁলোকক দেখিছোঁ। তেওঁলোকৰ মৰ্যাদাবোধ, তেওঁলোকৰ ভালপোৱাই ফৰাচী মানুহক মুগ্ধ কৰিছে। প্ৰাচ্যদেশ সভ্যতাত পাছ পৰা নহয়। প্ৰেম, মনুষ্যত্ব আদি উন্নত ভাববোৰ প্ৰাচ্যৰ পৰাই প্ৰচাৰিত হৈছে, আৰু পাশ্চাত্য দেশৰ লোকে সেইবোৰ গ্ৰহণ কৰি তেওঁলোকৰ নিজৰ নিজৰ আদৰ্শ কৰি লৈছে। এতেকে আপোনালোকতকৈ উন্নত সভ্যতাৰ প্ৰতিনিধি স্বৰূপে মই এই কথা কৈছোঁ বুলি নধৰিব। সভ্যতাৰ উৎসভূমি ভাৰতবৰ্ষ। সেই ভাৰতলৈ অহাৰ সুযোগ পাই মই ধন্য মানিছোঁ।'

বক্তা ফ্ৰান্সৰ মন্ত্ৰী হৈ অলপতে অৱসৰ লৈছে। এওঁ কেৱল সাহিত্যাই পঢ়া নাই। ইউৰোপীয় ৰাজনীতিত এজন লব্ধপ্ৰতিষ্ঠ ব্যক্তি, জীৱনৰ ব্যাৱহাৰিক অভিজ্ঞতাত খুবেই পৰিণতি লাভ কৰিছে। দহ বছৰৰ আগতেও এওঁ এই দৰে কথা নক'লেহেঁতেন। দহ কিয় দুবছৰৰ আগতেও এইদৰে কথা কোৱাৰ কথা ভাবিবও নোৱাৰিলেহেঁতেন। তেতিয়া ভাবিছিল যে, ইউৰোপীয় সভ্যতাই সৰ্বোৎকৃষ্ট, আজি ভাৰতলৈ আহি যথাসম্ভৱ নিৰ-পেক্ষ আৰু স্বচ্ছ ছবিৰে দেখিবলৈ পাইছে ভাৰতীয় সভ্যতাৰ স্বৰূপ। মই মোৰ দেশবাসীসকলক অনুৰোধ কৰোঁ তেওঁৰ বক্তব্যবোৰ যেন ভালকৈ পঢ়ে। তেওঁ কৈছে যে ইউৰোপীয় সভ্যতাৰ ধৰ্ম আৰু আদৰ্শ ইউৰোপৰ নিজস্ব বস্তু নহয়, প্ৰাচ্য দেশৰ পৰা প্ৰাপ্ত। তেওঁ এই কথাও স্বীকাৰ কৰিছে যে, আমিয়েই ইউৰোপক আদৰ্শ দিছোঁ আৰু আমাৰ সহায় নোপোৱা হ'লে আজিও ইউৰোপৰ মানুহে কেঁচা মঙহ খাই উলঙ্গ বন-মানুহৰ জীৱন যাপন কৰিলেহঁতেন। সভ্যতা এচিয়াৰ পৰা ইউৰোপলৈ

যায়। এচিয়াৰ সভ্যতাৰ আদিস্থান এই ভাৰতবৰ্ষ। কিন্তু প্ৰাচীন কালত ভাৰতবৰ্ষ অতি উন্নত অৱস্থাত আছিল আৰু পৃথিৱীত জ্ঞানৰ পোহৰ বিলাইছিল—এই কথা সত্য হ'লেও বৰ্তমান আমি অধঃপতিত কাৰণে সেই অতীত কালৰ মহিমা আমি পাহৰি গলোঁ। আজি আকৌ আমাৰ দেশে নতুন জ্ঞানৰ পোহৰ লাভ কৰাত আৰু নতুন শক্তি সঞ্চয় কৰাত মূৰ তুলি থিয় হৈছে। আৰু থিয় হৈছে বুলিয়েই হে ক্লিমেন্সো আদি বিদেশী সকলে আমাৰ মহিমা সম্পৰ্কে কিছু কিছু প্ৰশংসা কৰিছে। আমি নতুন পথ দেখুওৱাৰ দৰে যোগ্যতা অৰ্জন কৰিছোঁ, সেই যোগ্যতাৰ প্ৰমাণও হয়তো দিছোঁ, কিন্তু তাৰ লগতে এই কথাও ঠিক যে, এতিয়াও আমি আমাৰ যথাস্থান লাভ কৰিব পৰা নাই। ক্লিমেন্সোৱে কয়—'পাশ্চাত্যৰ দৰে ইয়াতো মানুহে ঈশ্বৰৰ নিৰ্দেশিত মৰম-চেনেহৰ মাজত জীয়াই থকাৰ আদৰ্শ পাহৰি পাৰস্পৰিক শত্ৰুতা আৰু নিধনৰ মাজত লিপ্ত হোৱা দেখি মই বেজাৰ পাইছোঁ। ক্লিমেন্সোৱে বেজাৰ পাইছে ঠিকেই। পিছে আমিও এই কথা কম যে, ভাৰতবৰ্ষত প্ৰচাৰিত সাত্বিক ধৰ্মৰ পৰিবেশৰ লগত পৰিচিত নোহোৱা হ'লে তেওঁ ওপৰত কোৱা কথা ক'ব নোৱাৰিলেহেঁতেন। ক্লিমেন্সো এতিয়া পেৰিচ নগৰত থকা হ'লে তাৰ জাৰ্মান বিৰোধী বিষাক্ত পৰিবেশত আক্ৰান্ত হৈ তেওঁ বুদ্ধি আৰু সাত্বিকতাৰ বাট বিচাৰি নাপালেহেঁতেন। এতেকে ভাৰতে যে প্ৰেমৰ পথতেই শক্তি সঞ্চয় কৰি পৃথিৱীক লক্ষ্যপথ দেখুৱাই দিব এই কথা তেওঁ বুজিবলৈ লৈছে। এই নৱ অভ্যুদয়ৰ প্ৰাৰম্ভিক কলা সমূহ দেখি বিশ্ববাসী যে আচৰিত হ'ব, তাত সন্দেহ নাই। এতিয়া এই নতুন আদৰ্শ যাতে সমস্ত ভাৰতবাসীৰ মাজত প্ৰচাৰিত আৰু পূৰ্ণৰূপে প্ৰতিষ্ঠিত হয়, ভগৱানে সেই সুদিন যেন ওচৰ চপাই আনে। *

# চতুৰ্থ খণ্ড—তত্ত্ব

# নতুন খোজ

যি হ'ল হ'ল, এতিয়া আমি আমাৰ নতুন কৰ্তব্যৰ কথা চিন্তা কৰিব লাগিব।

মন্দিৰৰ পুৰোহিত সকলে এতিয়া দেশবাসীৰ লগত মিলিজুলি কাম কৰিব লাগিব। পূজাৰীয়ে তেওঁলোকৰ পৰা একো কথাই লুকুৱাব—জনসাধাৰণক কোনো কথাতেই নাভাবিব, সকলো কথা খুলি ক'ব।

কোনোবাই যদি প্ৰশ্ন কৰে—'ভগৱান ক'ত থাকে ? পৃথিৱীৰ সৰ্বত্ৰতেই ভগৱান বিৰাজি আছে, তেন্তে গাঁৱৰ মাজত মন্দিৰ এটা সাজি তাত এডোখৰ শিল বা তাম থৈ তালৈ আহি সকলোৱেই প্ৰণাম কৰিব—এই নিয়মৰ নো কি প্ৰয়োজন ? ইয়াৰ উত্তৰত কম—'জনসাধাৰণৰ মাজত এটা ঐক্যবোধ সৃষ্টিৰ বাবে।'

কেৱল শিলতহে ভগৱান আছে, আৰু আমাৰ চাৰিও ফালৰ মানুহৰ মাজত নাই—এই কথা জানো বিশ্বাস যোগ্য ?

শুনা, বিশ্ব ব্ৰহ্মাণ্ডত সকলোবোৰকেই ভিতৰৰ পৰা সঞ্চালিত কৰিবলৈকে বুলি জ্যোতিৰ্ময় ভগৱানে সকলো জীৱতে প্ৰকট হৈছে।

এই হ'ল বেদৰ অন্তিম বাণী। যিজনে নিজৰ ভিতৰত জগতক আৰু জগতৰ ভিতৰত নিজক দেখে সেই জনেই চক্ষুষ্মান। এয়া হ'ল প্ৰাচীন সকলৰ উপদেশ।

তোমাৰ আত্মা আৰু পৃথিৱীৰ আত্মা অভিন্ন। তুমি, মই, কাছ, ঘৰিয়াল, মাখি, গড়ুৰ, ম'হ গাধা, সকলোৱে একে জীৱ। সেই জীৱই ভগৱান।—

প্ৰাচীন সকলে তৈয়াৰ কৰা মন্দিৰবোৰৰ এটা কথা আছে। কথাটো এই—ভগৱানক প্ৰণাম কৰা স্থানলৈ আহি সকলোৱে একেলগ হ'ব, সকলোৱে বুজিব পাৰিব তেওঁলোকৰ আত্মগত ঐক্য।

মন্দিৰৰ দ্বাৰা যেনেকৈ গাঁৱৰ ঐক্য পূৰ্ণ হ'ব, তেনেকৈয়ে ঘৰে ঘৰে শিল থাপি প্ৰণাম কৰাৰ মাজেদি স্থাপিত হ'ব পাৰিবাৰিক ঐক্য।

শুনি যোৱা। তুমি পুৰুষ, যি সকল স্ত্ৰী দেৱতাক প্ৰণাম কৰা তেওঁ লোক সকলোৱেই তোমাৰ মাতৃ, স্ত্ৰী, ভগ্নী, কন্যা। দেৱী মাতৃ। তেওঁৰেই দৰে আলোক-ৰশ্মি বিলপাই দিব আমাৰ নাৰী জাতিয়ে—মাতৃ, ভগ্নী, স্ত্ৰী আৰু কন্যাই। পুৰুষ দেৱতা সকল সকলো আমাৰেই পৰিয়াল ভুক্ত—তুমি মই, পিতা, ভ্ৰাতৃ, পুত্ৰ আদি। সেয়ে কোৱা হয়—তুমি শিৱ, শক্তি তোমাৰ স্ত্ৰী; তুমি বিষ্ণু, লক্ষ্মী তোমাৰ স্ত্ৰী; ব্ৰহ্মা তুমি—সৰস্বতী তোমাৰ স্ত্ৰী। এই সত্য শুনাবৰ বাবে খোলা দেৱতাৰ পাঠশালাৰ নামেই মন্দিৰ। উদ্দেশ্য—মানুহক পশুৰ অৱস্থাৰ পৰা দৈৱস্তৰলৈ উন্নীত কৰা। কিন্তু পূজাৰী সকলে এই কথা নকয়। লুকুৱাই থয়। তেওঁলোকে ভাবে—প্ৰণামকাৰী সকল নিত্যভক্ত হৈ থাকিলে আৰু পূজাৰী নিত্যদেৱতা হৈ থাকিলেই আটাইতকৈ ভাল। কিন্তু তেওঁলোকে পাহৰি যায় যে, আনক দাসত্ব বন্ধনত থৈ কেতিয়াও দৈৱাংশ লাভ নহয়। অথচ বহুতো পূজাৰীয়ে নিজকে দৈৱাংশত জন্ম বুলি ভাও ধৰি সাধাৰণ মানুহক প্ৰতাৰিত কৰি তেওঁলোকৰ পৰা পা-পইচা কাঢ়ি লয়। কিন্তু যিমানেই চতুৰ নহওক লাগে, তেওঁলোকৰ মিছা কথাৰ আয়ুস আৰু কিমান দিন? কিমান দিনলৈ প্ৰবঞ্চকে নিজৰ স্বৰূপ গোপন কৰি মানুহৰ আগত ভগৱানক দেখুৱাব? পূজাৰীসকলৰ মুখা খহি পৰিব। তেতিয়া মন্দিৰৰ দেৱতা এডোখৰ শিলৰ বাহিৰে একো নহ'ব আৰু শিলক সেৱা কৰি কি হ'ব? এই শিলে নো কি বৰ দিব? সাধুলোকে ভক্তিৰে মন্ত্ৰ জপ কৰি প্ৰণাম কৰা মাত্ৰকে শিলৰ মাজৰ পৰা ভগৱান আবিৰ্ভূত হৈ তেওঁৰ বিশ্বৰূপ মহিমা দেখুৱাব, আকৌ অযোগ্য অসৎ পূজাৰীয়ে স্পৰ্শ কৰা মাত্ৰেই সেই শিল ত্যাগ কৰি ভগৱান আঁতৰি যাব। শিল আকৌ শিলৰ লগত মিহলি হৈ পৰিব।

মন্দিৰলৈ গ'লেও ভাল, নগ'লেও ভাল। প্ৰণাম কৰিলেও ভাল, নকৰিলেও ভাল। ভগৱানক পাব পাৰিব তেতিয়াহে, যেতিয়া প্ৰবঞ্চনা পৰিত্যাগ কৰিব। ঘৰচিৰিকা, কাউৰী, পোক-পৰুৱা সামান্য এটি প্ৰাণীকো প্ৰতাৰিত নকৰিবা। অসৎ ভাৱনা এৰি মনে মনে চিন্তা কৰা—পৃথিৱীত জন্ম লৈছোঁ; আমাৰ জীৱন পথ দৈৱ নিৰ্দিষ্ট—এই ভাবি নৈত উটি যোৱা কাঠৰ দৰে ভৱসমুদ্ৰত ভাহিব লাগিব। সেই ভাৱে নিজকে

সম্পূৰ্ণ পৰাধীন কৰি—যি জনে ঈশ্বৰৰ ওপৰত সকলো ভাৰ ন্যস্ত কৰিব পাৰে, সেই জনেই যে দেৱত্ব লাভৰ অধিকাৰী, তাত সন্দেহ নাই।

দুৰ্বল মানুহৰ ওপৰত যিমান দিনলৈ অন্যায় অবিচাৰ চলিব, সিমান দিনলৈ কলিযুগ। কলিযুগৰ অবসান হ'ব তেতিয়া—যেতিয়া আৰু অন্যায় অবিচাৰ এই পৃথিৱীৰ পৰা নাইকিয়া হৈ যাব। কোনোবাই হয়তো ভাবিব পাৰে—অদূৰ ভৱিষ্যতত পৃথিৱীৰ গোটেইবোৰ মানুহে অন্যায়ক বিসৰ্জন দিব—এই দৰে ভবাৰ কোনো কাৰণ নাই। সত্য যুগও নাহে। গতিকে আমিয়েই কেৱল ন্যায়ৰ পথত চলিম কিয়? তাত লাভ কি? এই ধৰণৰ বিপৰীত চিন্তা কৰি কোনো ব্যক্তিৰেই অন্যায়ৰ পথত অগ্ৰসৰ হোৱা উচিত নহয়। যি মুহূৰ্তত মানুহে অন্যায়ৰ পথ ত্যাগ কৰিব, সেই মুহূৰ্ততে তেওঁলোকলৈ সত্যযুগ আহিব। ইয়াত কোনো সন্দেহ নাই।

যদি এজন লোকেও কলিৰ অৱসান ঘটাই সত্য যুগৰ সূচনা কৰে, তেন্তে তেওঁকে দেখি দহজন লোকে লগে লগেই তেওঁৰ পথৰ অনুগামী হ'ব। এই দৰে একৰ পৰা দহ, দহৰ পৰা এশ, শ-ৰ পৰা হেজাৰ-লাখ কোটি মানুহৰ মাজত বিয়পি পৰিব সত্যযুগ। সেই সত্যযুগৰ শুভ সূচনা ইতিমধ্যেই আৰম্ভ হৈ গৈছে বুলি নিসন্দেহে ক'ব পাৰি। *

# মূঢ় ভক্তি

আমাৰ দেশৰ সাধাৰণ লোকৰ মাজত চিৰকাল প্ৰচলিত মূঢ় ভক্তিৰ কোনো সীমা-পৰিসীমা নাই। ইয়াৰ ফল স্বৰূপে আমাৰ ব্যাৱহাৰিক জীৱনত দেখা দিয়া বাধা-বিঘিনি বোৰৰ পাৰাপাৰ নাই।

এই মূঢ় ভক্তি আটাইতকৈ বেছি অস্বস্তিকৰ লাগে, যেতিয়া কোনো কাম কাজ কৰিবৰ বাবে দিন-বাৰ, তিথি-নক্ষত্ৰ, লগ্ন আদি গণনা কৰাৰ দৰকাৰ হৈ পৰে, দাড়ি-চুলি কাটিবৰ বাবেও মাহ, পক্ষ দিন বাৰ, নক্ষত্ৰ— এই বোৰ চাই ল'ব লাগে। কেৱল দাড়ি-চুলি কাটিবৰ বাবেই যদি ইমান চোৱা-চিতা, তেন্তে পূজা-পাতল, বিয়া-লগুনদিয়নী, কৃষি, ব্যৱসায়, যাত্ৰা আদি এশ এটা গুৰুত্বপূৰ্ণ বিষয়ত আমি দিন-ক্ষণ গণনা কৰি চলিব লগা হ'লে সময় আৰু অৰ্থ দুয়োটাৰে অপচয় ঘটে। ইমানবোৰ অপচয়ৰ সলনি আমি পাওঁ কি! তাৰৈ আমাৰ হুঁচ নাই। দিন-বাৰ, লগ্ন চাই কাম কৰিবলৈ হ'লে কেৱল আমাৰ কামতেই বিঘিনি নঘটে, জ্যোতিষীকো পইচা দিবলগীয়া হয়।

ইংৰাজীত এটা প্ৰবাদ আছে। —'টকা দি সময় কিনিব নোৱাৰি।' এই খবৰ আমাৰ সম্পূৰ্ণ অজ্ঞাত। বৃথাই সময় কটোৱা মানে কাৰ্যকালত নিস্ফলতা। আজি যি কাম কৰা সম্ভৱ, সেই কাম কাইলৈ কৰিম বুলি পেলাই থলে কাম নষ্টহে হয়। কামৰ কথা মনলৈ আহিলেই লৰালৰিকৈ কৰি পেলাব লাগে, তেতিয়া হ'লে সাফল্য নিশ্চিত। কাম পাছলৈ পেলাই থলে তাৰ প্ৰতি উদ্যম নষ্ট হৈ যায়। ফলও সেই পৰিমাণে হ্ৰাস পায়।

ইংৰাজী শিক্ষাত শিক্ষিত সকলে কয়—এই সকলোবোৰ মূঢ় ভক্তি, অজ্ঞতা আৰু অশিক্ষাৰ কু-ফল। জনসাধাৰণক লিখা-পঢ়া শিকালেই এই বোৰ অন্ধভক্তি লোপ পাব। মইও এক প্ৰকাৰে বিশ্বাস কৰোঁ যে, কথা যাৰ সঁচা। কিন্তু এটা কথা। যোৱা এশ বছৰ জুৰি এই দেশত ইংৰাজী অধ্যয়ন চলি আহিছে। হেজাৰে হেজাৰে স্কুল তৈয়াৰী হৈছে এই বোৰত লাখ লাখ ল'ৰা-ছোৱালীয়ে পঢ়-শুনা কৰিছে, ইয়াৰ পৰা পাছ কৰি ওলাইছে। এওঁলোকে অন্ধ ভক্তিৰ কবলৰ পৰা মুক্তি পাইছে নে? পোৱা

নাই। আমাৰ দেশত তেত্ৰিছ কোটি মানুহ। যদি কোনোবাই ভাবে, কাকো বাদ নিদি যিদিনা এওঁলোকৰ সকলোকেই ইংৰাজী পন্থাৰে শিক্ষিত কৰা, সেইদিনাই মূঢ়ভক্তি আঁতৰ হ'ব তেন্তে সেয়া কোনো কামৰ কথা নহয়। যদি ইংৰাজী পঢ়া সম্প্ৰদায়ে তেওঁলোকৰ নিজস্ব বিবেক অনুযায়ী আচাৰ-ব্যৱহাৰ কৰে, তেন্তে বেছিৰ ভাগ অশিক্ষিত লোকৰ মাজতো তাৰ প্ৰভাৱ পৰিব, তাত সন্দেহ নাই! চকুৰ আগত দেখিছোঁ শিক্ষিত সকলৰ চাল-চলন অনুসৰণ কৰি কৰি অশিক্ষিত লোকে তেওঁলোকৰ পুৰণি ৰীতি-নীতি এৰি দিছে।

কিন্তু প্ৰশ্ন হ'ল -- ইংৰাজী বিদ্যালয় বোৰত যোগ শিক্ষাৰ ব্যৱস্থা ক'ত! তাত কিমান ধৰণৰ বিদ্যা শিকোৱা হয়! ভাল-বেয়া নানা বিষয় লৈ একোটা জটিল মিশ্ৰণ। অথচ স্বাধীনতা বোধ, মনুষ্যত্ব, সততা, সত্যবাদিতা, বীৰ্য-শালিতা, এইবোৰলৈ চকু নাই। মানুহে যে তাৰ অন্তৰৰ সত্য অনুযায়ী কাম কৰিব আৰু সেই দৰে কাম নকৰিলে যে খুবেই অন্যায় আৰু লাজৰ কথা—এইকণ শিকোৱাৰ ব্যৱস্থাও নাই। য'ত সেয়া আছে, তাতো বিষয়-টোক ভাটৌ চৰাইক শিকোৱাৰ দৰে মুখস্থ কৰিবলৈ দিয়া হয়। শিকোৱা নহয়। কিতাপৰ কথা আৰু জীৱনৰ কাম এই দুইৰ মাজত লক্ষ যোজন ব্যৱধান—এনে দৃষ্টান্ত যদি দেখুৱাব লাগে তেন্তে আমাৰ ইংৰাজী বিদ্যালয়ৰ কৃতবিদ্য মানুহৰ দৰে উত্তম উদাহৰণ আৰু ক'তো পাবলৈ নাই বুলিয়েই ক'ব পাৰি।

তিৰুবল্লুৱৰে কৈছে 'যি সকলে কথা আৰু কামত দুইৰকমৰ, তেওঁ-লোকৰ বন্ধুত্ব কেৱল বাস্তৱতেই নহয়, স্বপ্নতো লাভ কৰা বিপদজনক।

বি. এ., এম. এ. পৰীক্ষা পাছ কৰি উকীল-বেৰিষ্টাৰ, প্ৰফেছাৰ, ইঞ্জিনিয়াৰ আৰু অন্যান্য উচ্চ পদত অধিষ্ঠিত হোৱাসকলে জানো তেওঁলোকৰ ঘৰত বিয়া-লগুণদিয়নীৰ কামত দিন-ক্ষণ-লগ্ন চোৱা-চিতা কৰাৰ আৱশ্যকতা নাই এই সামান্য কথাষাৰ ক'ব পাৰিব? কোনো কোনোৱে কৈফিয়তৰ সুৰত কয়-'কি কৰিম, ঘৰৰ মাইকীমানুহ বোৰৰ বাবেই এই সকলো কু-সংস্কাৰ বোৰ মানিব লগীয়া হয়।' মই কওঁ কি—স্ত্ৰীলোকক দিবলগীয়া সম্মান খিনি য'ত দিব লাগে অৱশ্যেই দিব লাগিব। কিন্তু য'ত পুৰুষক মূঢ়তাৰ পথত,

অন্ধ কুসংস্কাৰৰ পথত প্ৰবৃত্ত কৰে, তাত স্ত্ৰীলোকৰ কথা মতে কাম কৰা অসংগত। তাৰ বাহিৰেও মই ভাবোঁ, কৈফিয়ত টো একেবাৰেই এটা মিছা অজুহাতহে। আমি যে সামাজিক কু-সংস্কাৰ বোৰ ত্যাগ কৰিব পৰা নাই, তাৰ কাৰণ অন্য। আমাৰ ভয় এই যে, বৈদিক ব্ৰাহ্মণ সমাজক লৈ যি সমাজ—সেই সমাজে আৰু আমাক পংক্তি ভোজনলৈ নামাতিব! এই যে সমাজ-চ্যুতিৰ ভয়—এইটোৱেই হে আচল কাৰণ। আচল কথাটো লুকুৱাই ঘৰৰ মাইকী মানুহৰ ওপৰত বৃথাই দোষ জাপি দিয়ে পুৰুষ সকলে। এই কথা তো আৰু নজনা নহয় যে, এই বীৰ পুৰুষ সকলেই গৃহৰ ৰমণীক ক্ৰীতদাসীৰ দৰে ৰাখে, গৰু পশুৰ দৰে ব্যৱহাৰ কৰে। এইবোৰ পুৰুষৰ ওচৰত আন সকলো তুচ্ছ, সমাজৰ শাৰীত বহিবলৈ পোৱাটোৱেই হে ডাঙৰ কথা। মোৰ কথা হ'ল—আপোনালোকে বুকুত সাহ বান্ধক। সত্য বুলি ভবা মতে কাম কৰি যাওক। সমাজৰ শাৰীত বহি ভোজন কৰাৰ পৰা হয়তো অলপ দিনলৈ বঞ্চিত হ'ব, হয়তো সমাজচ্যুত হ'ব। কিন্তু কিমান দিনলৈ? পিছত দেখোন আপোনাৰ ফলীয়া হোৱা সকলৰ সংখ্যাই বেছি হ'ব। তেতিয়া কোনে কাক সমাজচ্যুত কৰিব! এতেকে সাহসেৰে সৈতে কাম কৰক। * *

# শব্দজ্ঞান

ব্যৱসায়-বাণিজ্য, কুটিৰ শিল্প, ৰাজনৈতিক, সামাজিক সংস্কাৰ প্ৰভৃতি ব্যাৱহাৰিক জীৱনৰ কাম-কাজ সম্পৰ্কে মানুহে, থূলমূলকৈ জানিবলগীয়া বিষয় বোৰ জানি পেলাইছে। হয়তো এটা শাখাৰ অভিজ্ঞ ব্যক্তি অন্য শাখাৰ খুঁতি-নাতি বিষয়ত অনভিজ্ঞ। কিন্তু যি যি বিষয়ৰ বিশেষজ্ঞ, সেই বিষয়ৰ সূক্ষ্ম কলাকৌশল তেওঁৰ আয়ত্ব হৈছে।

সাধাৰণ ভাৱে ক'বলৈ গলে ক'ব পাৰি যে, মানৱ জাতিয়ে জ্ঞান সংক্ৰান্ত মহাসূক্ষ্ম সমস্ত পৰম সত্য সমূহ অধিকাৰ কৰি লৈছে। কিন্তু মানুহৰ মনে সেই জ্ঞান লব্ধ বিষয়বোৰক স্বীকাৰ কৰি ল'ব পৰা নাই ; তেনে শক্তি তাৰ নাই। জ্ঞান শুদ্ধি হ'লেই যে চিত্ত শুদ্ধি হ'ব, এই কথা ক'ব নোৱাৰি। সেয়ে জ্ঞান লব্ধ সত্যসমূহক ব্যাৱহাৰিক জীৱনত কামৰ মাজেদি দেখুওৱাটো খুবেই টান কাম। আত্মজ্ঞানৰ প্ৰতি লক্ষ্য ৰাখি অষ্টাদশ শতিকাৰ সাধক কবি তায়ু মানবৰে এটি শ্লোকত কৈছে—

> 'বাচক জ্ঞান্ বন্ধমো, সুখম পালত্ত
> পূসলেন্দ্ৰ পোমো পুকলায় পৰা পৰমে।'

ইয়াৰ অৰ্থ হ'ল ঃ 'শূন্য বাক্য জনিত জ্ঞানৰ সাহায্যত বিশুদ্ধ আনন্দ লাভ কৰা যায় জানো ? ভঙা মনে কেৱল বিলাপ কৰি গৈছে। হে ভগৱান, তুমি কোৱাঁ এই বিলাপৰ শেষ কেতিয়া হ'ব ?' তিৰুবল্লুবৰেও ঠিক এই কথাকেই কৈছে, অলপ আন ভাৱে ঃ

> 'সোল্লদল যাবৰ্কুম এলিয় অবিয়াবম্
> সোল্লিয় বণ্ণম্ সেয়ল।'

এই 'কুৰল' ( শ্লোক ) ৰ অৰ্থ হ'ল—'ধৰ্মৰ বিষয়ে মুখেৰে কোৱা খুব সহজ কথা, কিন্তু সেই কথা অনুযায়ী আচৰণ কৰা বৰ কঠিন।'

দৃষ্টান্ত স্বৰূপে ক'ব পাৰি—'পুৰুষ আৰু নাৰী যেতিয়া সমান আৰু প্ৰকৃতি আৰু আত্মগুণ সম্পন্ন, তেতিয়া নাৰীক নিকৃষ্ট বোলা কোনোমতেই যুক্তিসঙ্গত নহয়।' এই আদৰ্শ ইউৰোপৰ শিক্ষিত লোকৰ মাজত খুবেই

সমাদৃত। তথাপি স্ত্রীলোকৰ ভোটাধিকাৰৰ প্ৰশ্নত ইউৰোপৰ বেছিৰ ভাগ পণ্ডিত আৰু ৰাজনীতিজ্ঞ সকলে নানাৰকমৰ অচল যুক্তি দেখুৱাই নাৰী স্বাধীনতাৰ বিৰুদ্ধাচৰণ কৰে।

শ্ৰীৰামানুজ আচাৰ্যৰ সিদ্ধান্ত অনুযায়ী বিষ্ণুভক্তি সম্পন্ন ব্যক্তি যি কোনো বংশ সম্ভূত নহওক লাগে, সকলো প্ৰকাৰে তেওঁলোক সমান ভাৱে শ্ৰদ্ধাৰ উপযুক্ত। এইবোৰ কথা জানি-শুনিও আধুনিক বৈষ্ণৱ সকলে নিজৰ ভিতৰতে 'উত্তৰী সম্প্ৰদায়' আৰু 'দক্ষিণী সম্প্ৰদায়'ৰ প্ৰশ্ন তুলি বৃথা কন্দলত মত্ত হয়।

'সমস্ত শৰীৰত ময়েই জীৱৰূপে বৰ্তমান' আৰু সমস্ত প্ৰাণীৰ ভিতৰত নিজকে আৰু নিজৰ মাজত সমস্ত প্ৰাণীক যি দেখে তেৱেঁই চক্ষুষ্মান'— বেদ-উপনিষদৰ এই শেষ কথা হিন্দুজাতিয়ে ভালকৈ জানিও দুনিয়াৰ আন জাতিবোৰতকৈ জাতিভেদ প্ৰথা বেছিহে কটকটীয়া কৈ প্ৰদৰ্শন কৰিছে।

তিৰুবল্লুবৰে কৈছে—

ইনমোল ইংবিতোং বদ্ৰল কানবান এমন কোলো, বনসোল বলগুংবদু।

অৰ্থাৎ মধুৰ শব্দ ক'লে আনন্দ উৎপন্ন হয়, সেই কথা জানিও মানুহে যে কঠুৱা বাক্য উচ্চাৰণ কৰে তাতকৈ আৰু মূৰ্খতা আছে জানো? সাধাৰণ অভিজ্ঞতা সম্পন্ন প্ৰায় সকলো মানুহেই এই কথা জানে। তথাপিও কিন্তু এনে মানুহ পৃথিৱীত বিচাৰি পোৱা খুবেই টান, যি কঠুৱা বচন আৰু ক্ৰোধ পৰিত্যাগ কৰিছে।

খৃষ্টান সকলে জানে যে বাইবেলত কৈছে পাপৰ শাস্তি মৃত্যু। তথাপিও পাপক সম্পূৰ্ণৰূপে ত্যাগ কৰিছে এনে খৃষ্টান এজনও পাবলৈ নাই। 'আমি পাপী, আমি সকলোৱেই পাপী।' এই কথাহে অহৰহ শুনিবলৈ পোৱা যায়।

হায়! ই কেনে অন্ধকাৰ? কেনে অন্যায়! অত্যাচাৰ!'

সাধাৰণ ব্যৱসায়-বাণিজ্য, খেতি-বাতি আদিৰ ক্ষেত্ৰত লাভৰ পথ জনা থকা সত্বেও তাৰ সদ্ব্যৱহাৰ কৰিব নোৱাৰি মানুহে কষ্ট পায়। আমাৰ এই ভয়ানক দুৰ্বলতাক জয় কৰাৰ পথ বিচাৰি নোপোৱালৈকে নীৰৱ হৈ

হাতসাৰটি বহি থকাটো উচিত নহয়। চকু মেলি বাট বুলিলেও জানো মানুহ গাঁতত পৰে? মানুহৰ কল্যাণৰ পথ জানিও সিবিলাকে অকল্যাণৰ পৰা মুক্তিলাভৰ পথ বিচাৰি নাপায়।

ইয়াৰ প্ৰতিকাৰ কি? প্ৰতিকাৰ সাহস। বৰ্তমানৰ দুঃখ-কষ্ট, অসুবিধাৰ কথা নাভাবি যিটো সত্য বুলি ভাবা, সেই কামেই কৰিবা। এই দৰে যি সকলে সাহসেৰে সত্য পথেৰে আগুৱাব, তেওঁলোকক উৎসাহ দিব লাগিব, প্ৰশংসা কৰিব লাগিব, সম্মান জনাব লাগিব।

হে বিশ্ববাসী! আহাঁ। আহাঁ আমি সকলোৱে মিলি সহজ বাটেদি আগ বাঢ়োঁ। এজন-দুজনৰ চেষ্টাত একো নহয়। বৰং তেতিয়া বহু দুঃখ-কষ্টৰ হে সৃষ্টি হ'ব। আহাঁ ভাই সকল! দলে দলে আমি সহজ পথত প্ৰৱেশ কৰোঁ।

নৰ-নাৰীৰ সাম্যই যে ধৰ্ম, এই কথা জানো নাজানা? তেনে আহাঁ, আমি লাখ লাখ নাৰীক স্বাধীনতা দিওঁ। জাতিভেদ বিচাৰ কৰি কোনো লাভ নাই—এই কথা জানো নাজানা? বৰ্ণ ভেদ, দেশ ভেদ এই সকলোবোৰেই যে নিষ্ফল—এই কথাও জানো নাজানা! তেন্তে আহাঁ! আগ-বাঢ়ি আহাঁ, হাজাৰে হাজাৰে, লাখে লাখে। আমি সাম্যৰ পথত জঁপিয়াই পৰোঁ। লাখ লাখ মানুহে একে লগে থিয় হৈ প্ৰাচীন শৃঙ্খল বোৰ ভাঙি চূৰমাৰ কৰি দিম।

ভালপোৱাই আনন্দ দিব। ভাল পোৱা—মৰম-চেনেহে নাশ কৰিব ঘৃণা আৰু শত্ৰুতাক।' —এই কথা শুনিছানে বাৰু! তেন্তে উঠা, কোটি কোটি মানুহ, আমি সৰ্বত্ৰ, সৰ্বদা সৰ্বজীৱত মৰম চেনেহ বিলাই দিওঁ।—আমি কলিযুগৰ অৱসান ঘটাই সত্যযুগৰ প্ৰতিষ্ঠা কৰিম। * *

# অমৃতৰ সন্ধান

'কাবক নিৰুট্ কাট্ চায় ল্লালোৰু পোবকুমিল্লৈ।'

—তায়ুমানবৰ

[ 'তোমাৰ করুণাময় আৱিৰ্ভাবৰ বাহিৰে আমাৰ পৰিত্ৰাণৰ কোনো উপায় নাই প্ৰভু !' ]

ভালেমান বছৰৰ আগৰ কথা। এজন ভিখাৰীয়ে বাটেদি গাই আহিছিল—

'দূগুংকৈপিলে বাংগুকিৰ মূচ্ছু—অটু
সুষি মাৰি পোনালুম পোচ্ছু।'

( 'দেহৰ নো কি ভাৰসা ! শুই থাকোঁতেই কেতিয়াবা উশাহ বন্ধ হৈ গলেই ভৱলীলা সাং।' )

এই গানটো শুনি শুনি এনে ভাব হৈছিল—দেহটো যদি ইমানেই অনিশ্চিত, আমি নো কি মহৎ কাম সমাধা কৰিব পাৰিম। নিজৰ মনেই আকৌ ক'লে—পাৰিম।

ঈশ্বৰে আমাক জ্ঞান দিছে। জ্ঞানেই আমাৰ মূৰ্তিমান ৰূপ। জ্ঞানে বিচাৰে আনন্দ। অপাৰ সৌন্দয্য আৰু অসীম আনন্দ ভৰা এখন সংসাৰ আমাৰ চকুৰ আগত আছে। এই সংসাৰ চিৰন্তন আনন্দৰ আধাৰ। চিন্তা-হীন। এই ব্ৰহ্মাণ্ডত অণুপৰিমাণতকৈ ক্ষুদ্ৰ এক ভূমণ্ডলত আমি বিচৰণ কৰিছোঁ। পৃথিৱীৰ দৰে অসংখ্য গ্ৰহমণ্ডল অন্তৰীক্ষত ঘূৰি আছে। সিবিলাকৰ প্ৰকৃতিও আমি আমাৰ জ্ঞানৰ দ্বাৰা পৰিমাপ কৰি লৈছোঁ। তাৰে একাংশক বহু দূৰৰ পৰা দেখিছোঁ। ইমানতো আমাৰ চকুৱে মনিব পৰালৈকে সকলোতেই সৌন্দৰ্য বিৰাজমান। আমাৰ ভূমণ্ডলক চন্দ্ৰতাপ যেন এখন আকাশে আবৰি আছে। সেই মহাকাশ ব্যাপী সূৰ্য্যৰ অফুৰন্ত, পোহৰ। আৰু সেই পোহৰত শোভা পায়—পৰ্বত, অৰণ্য, নদী আৰু সাগৰ।

আনন্দ আৰু দুখ একে লগতে মিহলি হৈ আছে। কেৱল জ্ঞানৰ সহায়েৰে দুখ দূৰ কৰি আমি আনন্দ গ্ৰহণ কৰিব পাৰোঁ। পানীত গা ধুই আনন্দ, পানী পি-ও আনন্দ। জুইত আনন্দ পাওঁ - ইয়াৰ তাপত আমাৰ জাৰ নাইকিয়া হয়। মাটিৰ পৰশ আনন্দদায়ক, তাৰ বাহিৰেও মাটিত আনন্দ—মাটিৰ বুকুত শস্য জন্মায়। বতাহত উশাহ ল'লে মন ভৰি উঠে, কিমান আনন্দ দায়ক বতাহৰ স্পৰ্শ! মানুহক জানি আনন্দ, আৰু আনন্দ মানুহক ভাল পাই। এই পৃথিৱীত কিমান যে আনন্দ! আহাৰ, কৰ্ম, নিদ্ৰা, খেলা-ধূলা, শিক্ষা, শ্ৰবণ, চিন্তা, গান সকলোতেই আনন্দ।

কিন্তু সকলো ক্ষেত্ৰতে আনন্দ মিহলি হৈ থাকে দুখৰ লৈতে। জ্ঞানৰ দ্বাৰা দুখসমূহ এৰাই কেৱল আনন্দৰ আস্বাদন কৰিম—এয়ে হ'ল জীৱৰ আকাংখ্যা। কিন্তু এই কাম সহজ সাধ্য নহয়। বহু কষ্ট সহিলে, তেহে সত্য ওলাই পৰে। এই ইচ্ছা থাকিব লাগিব—আমাৰ চাৰিও ফালে আনন্দৰ সৃষ্টি কৰিম। লাগে মহৎ জ্ঞান, লাগে অবিচলিত স্থৈৰ্য, লাগে শিক্ষা, কীৰ্তি, সম্পদ। গাঁওবাসী, দেশবাসী, বিশ্ববাসী সকলোৱেই যাতে আনন্দত থাকে, তাৰ বাবে আমি যেন সচেষ্ট হওঁ। আমাৰ সদিচ্ছা বোৰ খুবেই মহৎ, সন্দেহ নাই। কিন্তু এই ইচ্ছা বোৰ চৰিতাৰ্থ কৰিবলৈ হ'লে প্ৰথমতেই লাগে দৃঢ় ভিত্তি। তাৰ পিছত সেই ভিত্তিৰ ওপৰত লাহে লাহে গঢ়ি তুলিব লাগিব কৰ্ম প্ৰতিমা। একে দিনে কোনো সৃষ্টি সম্ভৱ নহয়। স্থায়ী আনন্দ সম্পৰ্কেও একে কথা। দুখীয়া ধনী হ'বলৈ বহু কালৰ পৰিশ্ৰম লাগে। নিৰক্ষৰ শিক্ষিত হ'বলৈ বহু বছৰৰ সাধনা লাগিব। ব্যৱসায় বাণিজ্যতো একেদিনতে সাফল্য লাভ নহয়। আত্মজ্ঞান-লাভও কাল সাপেক্ষ। কথাতে কয়—'সহিলে সম্পদ।' 'যিমানে লৰালৰি, সিমানে গহৰি।' কিন্তু, আনহাতে মৃত্যুও দুৱাৰ ডলিত বৈ আছে। গতিকে আনন্দৰ অন্বেষণত অবিৰত প্ৰচেষ্টা কৰি যোৱা। সময়ৰ বাবে অপেক্ষা কৰি লাভ নাই। সেই যে ভিখাৰীৰ গানৰ কথা কৈছিলোঁ, সেই গান যদি সচাঁ হয় তেন্তে? টোপনিত লৈ থকা উশাহত যদি বিজুতি লাগে—তেতিয়া তো আৰু তোমাৰ শেষ। এয়া কি যে যন্ত্ৰণা! এশ বছৰ যদি নিশ্চিন্তে জীয়াই থাকিব পৰা যায় তেন্তে ক্ষতি কি? এই এশ বছৰত আমি কিমান কাম শেষ কৰিব পাৰিম। —ক্ষন্তেকৰ ভোজ

খাওঁতা নাই। মুহূৰ্তৰ পিছতে কি হ'ব তাৰ কোনো স্থিৰতা নাই। এনে অৱস্থাত কি কৰিব পাৰি!' তথাপিও এই বিশ্বাস লৈ দেহক মজপুত কৰি গঢ়ি তোলা—মন ডাঠ কৰা — তুমি পৃথিৱীলৈ যি কামৰ দায়িত্ব লৈ আহিছা, সেই কাম শেষ নকৰালৈকে নমৰা। কাম শেষ হ'লে, তেহে মৃত্যু। আমাৰ ইচ্ছা, আমাৰ ধৰ্ম পূৰণ নোহোৱালৈকে আমাৰ মৃত্যু নাই—মৃত্যু নাই। * *

# পুনর্জন্ম

## পুনর্জন্ম হয়

পুনর্জন্ম আছে। নাথাকি নোৱাৰে। ধৰক, কালি গধূলি মাদুৰা চহৰত এজন বেদজ্ঞ পণ্ডিতৰ দেহাৱসান হ'ল। তেওঁ আকৌ জন্ম ল'ব নেকি ? বাটেদি এজন মানুহ গৈছে। সেই বাটকৰাৰ গচকত এটি পৰুৱা মৰিল। সেই প্ৰাণী টোৱে আকৌ জন্ম ল'ব নে ? এই বোৰ বিষয়ত আমাৰ প্ৰাচীন শাস্ত্ৰত বহু আলোচনা-বিলোচনা হৈছে। সেই বোৰ পঢ়ি এই বিষয়ে জানিব পাৰে। কিন্তু মই ক'বলৈ ওলোৱা কথাষাৰ স্বকীয়া। —মোৰ বিষয় হ'ল হিন্দুস্থানত পুনৰ্জন্ম।

হিন্দুস্থান মানে হিন্দুৰ স্থান অৰ্থাৎ ভূমি। এই খনেই আমাৰ দেশৰ নাম। আৰু ইয়াৰ জনতাক হিন্দুস্থানী বোলা হয়। —আমি ভাৰতবাসী— ভাৰতীয় বুলিও পৰিচিত।

## ভাৰত জাতি

ভৰতে প্ৰতিষ্ঠা কৰিছিল কাৰণে দেশখনক ভাৰত বোলা হয়। ভৰত ৰজা দুষ্মন্তৰ পুত্ৰ। হিমালয়ৰ পৰা কন্যাকুমাৰীলৈকে বিস্তৃত আমাৰ দেশ। এই বিশাল ভূখণ্ডক একত্ৰে মিলাই তাক একছত্ৰী ভাৱে শাসন কৰিছিল ভৰতে। সেয়ে দেশৰ নাম 'ভাৰত দেশ' বা 'ভাৰত বৰ্ষ'। গঙ্গাত বৈ গৈ পৰা নৈ জান-জুৰি গঙ্গাতেই মিলি যায়। সিবিলাকৰ বেলেগ অস্তিত্ব নাথাকে। সেই দৰে বিদেশৰ পৰা বহু জাতি আহি পুৰুষ পৰম্পৰাই ভাৰতবৰ্ষত বসবাস কৰি ভাৰতৰ জনসমুদ্ৰত মিলি গৈ এক হৈ পৰিছে।

খৃষ্টানেই হওক, পাৰ্চীয়ে হওক, মুছলমান হওক—ভাৰত ভূমিত জন্ম লৈ ইয়াৰ মাটিতেই ডাঙৰ হৈছে, এই দেশকেই আপোন বুলি স্বীকাৰ কৰি লৈছে—এই সকল মানুহ ভাৰতীয় বুলি গণ্য হ'ব। সকলোৱে মিলি এক জাতি। এওঁলোকক ভাগ ভাগ কৰা নচলিব। ই অমৰ। ইয়াৰ আধাৰ মূল শক্তি আৰ্য-সম্পত্তি—অৰ্থাৎ আৰ্যৰ জ্ঞান আৰু বুদ্ধি তথা তাৰ জ্ঞানৰ দ্বাৰা প্ৰাপ্ত।

## আৰ্য সম্পদ

সম্পদ সংস্কৃত শব্দ। ইয়াৰ অৰ্থ শ্ৰী, লক্ষ্মী, সৌভাগ্য। কিন্তু ইয়াত শ্ৰী বুলিলে কেৱল দ্ৰব্য, ভূ-সম্পত্তি আৰু গবাদি পশুকেই নুবুজায়। জ্ঞানসম্পদ, সুনীতি সম্পদ আৰু বিষয় সম্পদ তিনিটাকেই বুজায়। আৰ্য-সম্পদ হ'ল হিন্দুসকলৰ জ্ঞান সমৃদ্ধিৰ পৰিচায়ক। আমাৰ বেদ, আমাৰ ভাষা আৰু কাব্য, আমাৰ শিল্প-সংগীত, আমাৰ নাটক আৰু নাট্যকলা, আমাৰ জীৱন যাপন পদ্ধতি, আমাৰ মন্দিৰ আৰু গোপুৰম, মণ্ডপ আৰু কুটিৰ—এই সকলোবোৰৰে সাধাৰণ নাম হ'ল আৰ্য সম্পদ। কালিদাসৰ শকুন্তলা নাটক, তুলসীদাসৰ ৰামায়ণ, কম্ব ৰামায়ণ, শিলপ্পধিকাৰম, তিৰুক্-কুৰল, আণ্ডালৰ পৱিত্ৰ বাণী—এই সকলোবেৰৰ সাধাৰণ নাম আৰ্য সম্পদ। তাঞ্জোৰৰ মন্দিৰ, তিৰুমল নায়কৰ প্ৰাসাদ, ত্যাগৰাজৰ কীৰ্তন, ইলোৰাৰ গুহা মন্দিৰ, আগ্ৰাৰ তাজমহল, মৰপ শাস্ত্ৰীৰ বাঁহীবাদন—এই সকলোবোৰৰ সাধাৰণ নাম আৰ্য সম্পদ। এতেকে আৰ্যসম্পদ মানে হিন্দুস্থানৰ সভ্যতা। যেতিয়ালৈকে এই সম্পদ থাকিব, তেতিয়ালৈকে এই জাতি বাঁচি থাকিব। এই সম্পদ মামৰে ধৰিবলৈ দিলে তোমাৰ জাতিবোধতো ঘুণে ধৰিব।

এই পৃথিৱী থকালৈকে এই আৰ্য সম্পত্তি সংৰক্ষণ কৰা আৰু ইয়াৰ যশ-গৌৰৱ বৃদ্ধি কৰাটো ভাৰতীয় জাতিৰ প্ৰতি ঈশ্বৰ প্ৰেৰিত, ঈশ্বৰ নিৰ্দিষ্ট ধৰ্ম।

## মধ্যযুগীয় অধঃপতন

যুগ যুগ ধৰি আৰ্য সম্পদক আমি ৰক্ষা কৰি আহিছোঁ। কিন্তু যোৱা কেই শতিকামান ধৰি আমাৰেই অৱহেলাত এই আৰ্য সম্পদ মোলান পৰি যায়। ঈশ্বৰ দত্ত কৰ্তব্য পালন কৰাত আমাৰ এলাহ আৰু জড়তা আহে। তেতিয়া দেৱতা সকলে বোধ হয় আমাক অভিশাপ দিয়ে এই জাতিক ঘুণে ধৰিবলৈ।

পৰ্বতীয়া অজগৰৰ কথা শুনিছে নহয়! সুখত সিহঁতে শুকান কাঠৰ দৰে পৰি থাকে, কিন্তু সিহঁতৰ মুখখন জ্বলি থাকে। আৰু আমাৰ? মধ্যযুগত জুইকুৰা নুমাই যায়। আমাৰ কবিতাত আনন্দৰ ধাৰা ক্ষীণ হৈ আহে।

ৰুচিও ক্ৰমে বিকৃত হয়। আমাৰ সভ্যতা-সংস্কৃতিত মামৰে ধৰে। জাবৰ-জোথৰেৰে ভৰা নিকৃষ্ট সৃষ্টিকেই উত্তম বুলি বিবেচনা কৰা হয়। আমাৰ কবিয়ে তামিল শব্দ 'কণ' এৰি সংস্কৃত 'চক্কু' ( চকু ) ব্যৱহাৰ কৰিবলৈ লয়। ফলত ৰসৰ ঠাইত জাবৰ হৈ ওলাবলৈ ধৰে। সত্যৰ ঠাইত ডাঙৰ হয় নিজৰ মহতালি দেখুওৱা।

বহুদিনৰ আগৰ লিখা গ্ৰন্থবোৰত তৎকালীন ভাষাক স্বীকাৰ কৰি গৈছে। কালৰ পৰিৱৰ্তনৰ লগে লগে ভাষাৰো পৰিৱৰ্তন ঘটে। পুৰণি শব্দৰ ঠাইত নতুন নতুন শব্দৰ সৃষ্টি হৈছে। কবিৰ কাম হ'ল—তেওঁৰ সমকালত প্ৰচলিত শব্দবোৰ ব্যৱহাৰ কৰা—সহজ, সৰল, জনসাধাৰণৰ বোধগম্য শব্দ। দুৰ্লভ হৃদয় সৌন্দৰ্যক সৰল ৰীতিত প্ৰকাশ কৰাৰ নামেই 'ভাল কবিতা।' কিন্তু যোৱা কেই শতিকা ধৰি কবি আৰু আচাৰ্যসকলে মিলি সাধাৰণ বিষয়ক অসাধাৰণ আৰু অস্পষ্ট ৰীতিৰে লিখাৰ ক্ষমতাকেই উৎকৃষ্ট ৰচনা বুলি ভাবি আহিছে।

**মধ্য কালীন সংগীত**

ভাৰতৰ সংগীত আন সকলো দেশতকৈ উন্নত। কবিতাৰ দৰে সংগীততো নৱ ৰসৰ ব্যৱস্থা থকাৰ দৰকাৰ। প্ৰাচীন গ্ৰন্থাদিত এনেবোৰ বিধি-নিয়ম দেখা যায় যে, কোনো নিৰ্দিষ্ট ৰসৰ বাবে কোনো নিৰ্দিষ্ট সময়ত নিৰ্দিষ্ট ৰাগহে গাব লাগে। শব্দ-ৰস-ৰাগ একীভূত হ'ব লাগে। ত্যাগৰাজৰ সময়লৈকে আমাৰ সংগীত উজ্জ্বল আছিল। তাৰ পিছতে সংগীতৰ ক্ষেত্ৰতো অন্ধকাৰ যুগ নামি আহে। গানত আৰু প্ৰাণ নাইকিয়া হয়। কেৱল কৰুণ ৰসৰ সমাবেশ। কবিতা অনুযায়ী লয়ৰ ব্যৱস্থা নকৰি তাল অনুযায়ী গানৰ ব্যৱস্থা কৰে। তেওঁলোকৰ সিদ্ধান্ত হ'ল—গানৰ আনন্দতকৈ গানৰ হিচাপহে ডাঙৰ। তেওঁলোকে পাহৰি গ'ল যে, আনন্দ আৰু হিচাপ দুয়োটা মিলাব লাগিব। আনন্দ নাই, কেৱল হিচাপ—কেৱল ৰীতি-পদ্ধতি হে আছে—তাক গান বুলি ক'ব নোৱাৰি।

**পুনৰ্জন্ম**

মধ্যযুগত ঘটা আমাৰ অবনতিৰ দৃষ্টান্ত স্বৰূপে কবিতা আৰু সংগীতৰ কথা উল্লেখ কৰা হ'ল। কিন্তু কেৱল এই দুটা ক্ষেত্ৰতেই নহয়—অবনতি

ঘটিছিল আৰু বহু ক্ষেত্ৰত—চিত্ৰকলা, শিল্পকলা, ৰাজনীতি শাস্ত্ৰ ইত্যাদিত। ৰোগ বাঢ়ি গলেও পৰাশক্তিয়ে উপযুক্ত সময়ত আমাৰ মাজলৈ বহু উৎকৃষ্ট চিকিৎসক পঠাইছে। পৰাশক্তিৰ করুণা আমাৰ ওপৰত বৰ্ষিত হৈ আহিছে। গতিকে আমি সাৰি গলোঁ। আমাৰ পুনৰ্জন্ম হ'ল। এই পুনৰ্জন্মৰ নিদৰ্শন আজি সৰ্বত্ৰ। ভাৰতবৰ্ষই নতুনৰূপে দেখা দিছে। পৃথিৱীৰ লোকে মানি লৈছে—বিশ্বৰ শ্ৰেষ্ঠ কবি সকলৰ অন্যতন ৰবীন্দ্ৰনাথ। ইমানদিনে ইউৰোপীয় পণ্ডিত সকলৰ ধাৰণা আছিল প্ৰাকৃতিক বিজ্ঞান—উদ্ভিদ শাস্ত্ৰত তেওঁলোকৰ হে একচেটিয়া দখল। সম্প্ৰতি আমাৰ জগদীশচন্দ্ৰ বসুৱে সেই ক্ষেত্ৰত অতুলনীয় শক্তিৰ পৰিচয় দিছে। এই কথা পাশ্চাত্য বিজ্ঞানী সকলে আজি অস্বীকাৰ কৰাৰ উপায় নাই। তামিল নাডুতো দেখা দিব নতুন কাব্য, নতুন শাস্ত্ৰ। দেখি বিশ্ববাসী অবাক হ'ব।

......মৰি বাচিলোঁ। দেৱতা সকলে আমাক করুণা কৰিছে বাবেই আমাৰ নতুন জন্ম সুন্দৰ হৈ উঠিছে। তাৰ বাবে দেৱতা সকলৰ প্ৰতি আমাৰ নিৰন্তৰ স্তুতি কৰা হওক।

আমাৰ দেশৰ সাধাৰণ বিশ্বাস এই যে, মানুহে অহা জন্মত পূৰ্বজন্মৰ কৰ্মফল অনুযায়ী উচ্চ বা নীচ যোনিত জন্ম লয়। এজন পাপাচাৰীক যদি কোৱা হয়—অহা জন্মত তুমি পশু হৈ জন্মিবা, সি হয়তো ভয়ত শিয়ৰি উঠিব। কিন্তু এই জন্মতেই যে সি পশুৰ দৰে জীৱন যাপন কৰিছে তালৈ তাৰ হুঁচ নাই। প্ৰতিটি মুহূৰ্তৰ মানুহৰ ভাব-চিন্তা, কাম-কাজ তাৰ বিভিন্ন জন্ম লাভৰ কাৰণ হয়। একেই শৰীৰত অৱস্থিত মানুহে হেজাৰ বাৰ জন্ম গ্ৰহণ কৰে, হেজাৰ বাৰ মৃত্যুবৰণ কৰে। ক্ষণে ক্ষণে মানুহ জন্মিছে, মৰিছে—জন্মিছে, মৰিছে। পশুৰ দৰে মানুহ জানো আমি দেখা নাই? একমনে নিজলৈ মন কৰিলে জানিব পাৰি, আমি কিমানখিনি পশু জীৱন যাপন কৰিছোঁ। বঞ্চনা, কৌশল, ছলনা-কপটতাত জানো শিয়াল হে বাঁচি থাকে? উৎসাহ শূন্য হৈ হতাশাত মন মাৰি মূৰ তল কৰি বহি থাকে নিলাজী বান্দৰ। লুকাই থাকি চুৰকৈ দংশন কৰে সাপে। তমোগুণত বুৰ গৈ থাকে গাহৰি। স্বাধীনতা হেৰুৱাই প্ৰভুৰ ইচ্ছামতে চালিত হৈ প্ৰভুৰ দলিয়াই দিয়া খাদ্য খাই পেট ভৰায় কুকুৰে। হঠাৎ ক্ৰুদ্ধ হৈ উঠে চিকাৰী কুকুৰ। কংগ্ৰেছত

যুক্ত হৈও ইংৰাজ কৰ্মচাৰীৰ হিতচিন্তাকাৰীৰ দল বাদুলি। জ্ঞানৰ দ্বাৰা নুবুজি পূৰ্বপুৰুষৰ শাস্ত্ৰ মুখস্থ কৰাৰ দল ভাটৌ। আনৰ হাতত অপমানিত হৈও সেই অপমানৰ প্ৰতিশোধ নলৈ অঁকৰাৰ দৰে নিমাতে থাকে গাধই। ভৰ্তুৱা কুকুৰৰ ভুকনি চাৰ। মৰা জীৱ খাই বাঁচি থাকে শগুন। এটা নতুন সত্যক সাগ্ৰহে স্বীকাৰ নকৰি কোচ মোচ খাই বহি থাকে পোহৰ দেখি ভয় খোৱা ফেঁচা।

সত্য ভাষণ, ধৰ্ম-আচৰণ, পৰমাৰ্থ অন্বেষণত অণুক্ষণে সচেষ্ট থকা জনকেই দেৱতা বুলি ক'ব লাগিব। এতেকে পশুজন্মৰ হাত সাৰিবৰ বাবে প্ৰতি মুহূৰ্তে চেষ্টা কৰিব লাগিব। *

# সাংসাৰিক জীৱনৰ সাৰ্থকতা

সাংসাৰিক জীৱনত মানুহৰ আটাইতকৈ প্ৰধান ঈপ্সিত লক্ষ্য কি? আনন্দ লাভ কৰা আৰু আনন্দৰ মাজত জীয়াই থকা। এই আনন্দ লাভৰ বাবেই মানুহে যে কিমান কি নকৰিছে? লিখা-পঢ়া শিক্ষা, অৰ্থোপাৰ্জন কৰা, পৰিশ্ৰম কৰা, ৰাজ্য শাসন, চুৰি-ডকাইতি-হত্যা কৰা, কথা কোৱা, গান গোৱা, খেতি-বাতি কৰা, হঁহা-কন্দা— কিমান কি? কেৱল মানুহেই নহয়, আন সমস্ত প্ৰাণীৰো উদ্দেশ্য একেটাই—আনন্দ লাভ।

তথাপিও আজিলৈকে কোনো প্ৰাণীয়েই সেই নিত্যানন্দ অৱস্থা লাভ কৰিব পৰা নাই। পৃথিৱী অপৰিহাৰ্য দুখেৰে পৰিপূৰ্ণ। বুদ্ধই যি চাৰিটা সত্য উপলব্ধি কৰিছিল, তাৰে প্ৰথমটো হ'ল—অপৰিহাৰ্য দুখ! এই অশেষ দুঃখৰ কাৰণ কি? পৰস্পৰৰ প্ৰতি শত্ৰুতা পোষণ আৰু ভয়েই তাৰ কাৰণ। অনাদি কালৰ পৰা জীৱ সমূহৰ ভিতৰত এটা আত্মৰক্ষাৰ অবিশ্ৰান্ত প্ৰতিযোগিতা আৰু সংঘৰ্ষ চলি আহিছে।

সমস্ত বস্তু আৰু সমস্ত গুণ একেই। এই বেদান্তজ্ঞানৰ দ্বাৰা এই অজ্ঞানতা আঁতৰাব লাগিব। সৃষ্টিৰ আদি যুগৰ পৰা সেই জ্ঞান কত শত কবি আৰু জ্ঞানীৰ চিত্তত উদিত হৈছে। কোটি কোটি সাধাৰণ লোকৰ মন বেদান্ত জ্ঞানৰ প্ৰভাৱ বৰ্জিত। কি পণ্ডিত, কি সাধাৰণ মানুহ কেৱে বেদান্ত-জ্ঞানক নিত্য অভিজ্ঞতাৰ বিষয়ীভূত কৰিব পৰা নাই, তাৰ প্ৰধান বাধা কি—বাধা সেই পুৰ্ণ অজ্ঞতা।

শাস্ত্ৰ, যুক্তি, অভিজ্ঞতা এই তিনিটা প্ৰমাণতেই ওলাই পৰে যে অজ্ঞানক জয় কৰিব পাৰিলে অশেষ আনন্দৰ অধিকাৰী হোৱা যায়। তথাপি এই অজ্ঞানৰূপ পিশাচক আৰু বণ্ডহৰূপে কাম, ক্ৰোধ, লোভ, মোহ মদ, মাৎসৰ্য এই ছয় ৰিপুক মনুষ্য চিত্তই পৰাস্ত কৰিব নোৱাৰে। কুকুৰক গা ধুৱাই ভাল ভাল খাবলৈ দি ঘৰৰ ভিতৰত শুবলৈ দিলেও সি চুৰা চেলেকিব আৰু ছাইত লেটি ল'ব। মনৰ অৱস্থাও সেয়ে। নতুন নতুন আনন্দৰ সন্ধান পালেও মনে পুনৰ মেলা চকুৰেই দুখৰ গাঁতত পৰি ছটফটাবলৈ লয়।

মন বিভ্ৰান্ত হ'লে বুদ্ধিৰো ভ্ৰম হয়, গতিকে বুদ্ধিৰ ওপৰতো বিশ্বাস স্থাপন কৰিব নোৱাৰি। মনক অবিচলিত ৰাখিবৰ বাবে শিক্ষালাভ আৰু তাৰ অনুশীলন সকলো যোগৰ ভিতৰত শ্ৰেষ্ঠ যোগ। মানসিক বিভ্ৰান্তিৰ ফলত দুখৰ গাঁতত পৰিবৰ সময়ত বুদ্ধি নীৰৱ থাকে। বুদ্ধিয়ে যদি বাধাও দিয়ে সেই সময়ত মনে তাক গ্ৰাহ্য নকৰে।

গতিকে মন পিছলিবলৈ ল'লে তাক দৃঢ়ভাৱে বান্ধি বশলৈ অনাই প্ৰকৃত যোগশিক্ষা। কিছু লোকে সংসাৰ এৰি দূৰলৈ গৈ নিজানত চকু মুদি যোগ চৰ্চা কৰে। বহুতে উশাহ বন্ধ কৰি ৰাখে, জপ-তপ কৰে। কিন্তু এই বোৰ প্ৰচেষ্টাত যোগচৰ্চা নহ'ব। যোগানুশীলনত পৃথিৱীৰ লোকৰ লগত মিলিব লাগিব। সকলোপ্ৰকাৰে অন্য মানুহৰ দৰেই পাৰ্থিৱ আচাৰ ব্যৱহাৰ পালন কৰিব লাগিব। এই দৰে থাকি চাঞ্চল্যক প্ৰশ্ৰয় নিদি মনক বান্ধি ৰখাই যোগ শিক্ষাৰ পথ। আন সকলো চেষ্টা নিষ্ফল। নীতি, শান্তি, সমতা আৰু প্ৰেম—এই সমস্তক লৈয়েই এই সংসাৰত অপৰিমেয় সাহ, অপৰিসীম আনন্দ লাভ কৰা যায়। আন পথ নাই। * *

# আদৰ্শ আৰু কৰ্মৰ ব্যৱধান

বিভিন্ন ব্যক্তিৰ বিভিন্ন আদৰ্শ থাকিব পাৰে। এজন মানুহ আন বিলাকৰ তুলনাত এটা বিশেষ ধৰ্ম, এটা বিশেষ নীতিৰ অনুগামী হ'ব পাৰে। এনে কোনো কথা নাই যে, বিভিন্ন ব্যক্তিৰ অনুসৃত ন্যায়, ধৰ্ম, নীতি প্ৰভৃতিৰ প্ৰত্যেকটোৱেই সৰ্ব সম্মতি ক্ৰমে কল্যাণ সাধনৰ উপযুক্ত বুলি বিবেচিত হ'ব। এটা আদৰ্শত মঙ্গলও হ'ব পাৰে, অমঙ্গল হোৱাটোও বিচিত্ৰ নহয়। কিন্তু মানুহে এটা আদৰ্শ লৈ কাম কৰিব, যাতে সেই কামৰ দ্বাৰা নিজৰ আৰু দহৰ মঙ্গল হয়। একনায়ক তন্ত্ৰ শাসনত এফালে যেনেকৈ পেটৰ ভাতৰ যোগাৰ নহয়, আনহাতে তেনেকৈ চৰকাৰী কৰ্মচাৰী—ভা-ডাঙৰীয়াৰ অত্যাচাৰত মান-সম্মান নষ্ট হৈ অশেষ কষ্ট হয়। খেতি-বাতি কৰিবলৈ গৈ খেতিয়কে অনেক বাধা-বিঘিনিৰ মুখামুখি হয়। হয়তো বতৰ কালত বৰষুণেই নহ'ল—বৰষুণ হ'ল যদিও হালৰ বলদ নাথাকিল—আকৌ হাল বাই মাটি চাহ কৰা হ'ল, কৰবলৈকে কঠীয়া নাই। কৰলৈ কঠীয়া হ'ল—ৰোৱা হ'ল, ফচল চপাই ভঁৰালত সোমোৱাৰ অধিকাৰকণেই হয়তো নাই। শস্য মজুত কৰিবলৈ ভঁৰাল নাই। চৰকাৰী খাজানা দিবলৈ পথাৰতে ধান, শস্য বেচিব লাগে। এশ এটা সমস্যা! গতিকে খেতিয়কে ভাবে, খেতি-বাতি নকৰি আন কোনো জীৱিকাৰ উপায় ল'লে বাঁচি থাকিব পৰা যায়। এইদৰে তেওঁ হয়তো ডকাইতৰ দলত যোগ দি বাটৰুৱাক লুট-পাত কৰি, বা চোৰ হৈ সিন্ধি খানি গৃহস্থৰ বস্তু হৰণ কৰি আন বাট লয়। সিবিলাকৰ এইবোৰ কামৰ মূলতো একোটা আদৰ্শ আছে, সন্দেহ নাই। কিন্তু সেই আদৰ্শত কাৰ মঙ্গল? তেওঁলোকৰ একো একো জনৰ হে, আন সকলোৰে নহয়। আনৰ বৰং অমঙ্গল হে। তথাপি 'আপদৰ ধৰ্ম' বুলি এই বোৰ গ্ৰহণ কৰে। এজন পুৰুষ মানুহ গোটেই পৰিয়ালৰ ৰক্ষক। তেওঁৰ স্ত্ৰী-পুত্ৰৰ পিন্ধিবলৈ কাপোৰ নাই। খাবলৈ ভাত নাই। তেওঁ সকলোৰে কৃপাৰ পাত্ৰ। তেওঁৰ বিশ্বাস হৈ গৈছে—খেতি-বাতিৰ পৰা একো নহ'ব। চুৰি-ডকাইতি কৰিলে আন একো নহ'লেও ভাতমুঠি মুকলি হ'ব। বাটৰুৱা আৰু গৃহস্থই আজি আত্মৰক্ষা কৰিব নোৱাৰে। ইংৰাজ চৰকাৰৰ কল্যাণত তেওঁলোক নিৰস্ত্ৰ। পুলিচে জানে

যে তেওঁলোকৰ বেতন সামান্য হ'লেও তেওঁলোকক বাদ দি চৰকাৰী শাসন যন্ত্র অচল। সেই ভৰসাতে তেওঁলোকে নিজেই চুৰি কৰাত লাগে। চোৰ-ডকাইতৰ লগত যোগ হৈ লুটৰ মালত পুলিচে ভাগ বহুৱায়। মুঠ কথা, চুৰি কৰি জীৱিকা নির্বাহ কৰাই সবাতোকৈ ভাল উপায়—এই ভাবি এজন খেতিয়কে নাঙল এৰি চুৰি-বিদ্যাত হাত দিয়ে। কিন্তু সেই কামত জীৱহিংসা নকৰিলে নচলে। আকৌ জীৱহিংসা পাপ আৰু সেই পাপৰ ফলত তেওঁৰ মুক্তি লাভ নহ'ব—এনে সন্দেহ আৰু ভয়ও তেওঁৰ আছে। সেয়ে চুৰি-ডকাইতি কৰিবলৈ গৈও এটা ধর্ম অনুসৰণ কৰে। অর্থাৎ কেইটামান শ্রেণীৰ মানুহৰ গাত তেওঁ হাত নিদিয়ে। দুখীয়া, সহায়সম্বলহীনা স্ত্রী, ৰোগী, দূৰ ঠাইৰ পৰা অহা যাত্রী আৰু কিছু কিছু লোকে ৰেহাই পায়। কেৱল সেয়ে নহয়, লুট-পাত কৰি সংগ্রহ কৰা অর্থৰ এটা অংশ দি ধর্ম-কর্মও কৰে। তেওঁ নিজেই নিজকে প্রশ্ন কৰে—'দিনত মোক শুহি খোৱা সুদখোৰ মহাজনক ৰাতি মই নো কিয় লুটপাত নকৰিম?' তেওঁৰ মনলৈ আৰু প্রশ্ন আহে: 'চৰকাৰী খাজানাৰ অন্ত নাই নেকি? মূৰ দোঁৱালেও টেক্স, মূৰ তুলি চালেও টেক্স, থিয় হ'লে টেক্স, বহিলে টেক্স; ভূমিকৰ, জলকৰ, বনকৰ, গৃহকৰ, পথকৰ, বিহমেটেকাৰ কৰ, দানকৰ, গ্রহণকৰ, আয়কৰ, বৃত্তিকৰ, কুটঘাত কৰ, ৰেলকৰ, নর্দমাকৰ, ছাগলিৰ কৰ, গৰুৰ কৰ আমদানি-কৰ, ৰপ্তানি কৰ—ইত্যাদি এশ এটা কৰেৰে চৰকাৰে শোষণ কৰিছে জনসাধাৰণক। সেই চৰকাৰক লুট কৰা উচিত নহয় নে? কিয় উচিত ন'হব।' এই প্রকাৰৰ আপত্তি-নিষ্পত্তিৰ প্রশ্নোত্তৰৰ মাজেদি ডকাইতি কৰি জীয়াই থকাটোৱেই ভাল বুলি তেওঁৰ ভাব হয়। কেৱল ভাবে বুলি ক'লেই ঠিক নহ'ব। —এটা সিদ্ধান্তই কৰি পেলায়। এই সিদ্ধান্ত যাৰ স্বভাৱ-গুনৰ বিৰুদ্ধ, ধর্মশাস্ত্রৰ অননুমোদিত, তথাপিও যুগৰ চাপত পৰি—'আপদৰ ধর্ম' ৰূপে তেওঁ এই সিদ্ধান্তত অটল থাকে। এয়ে তেওঁৰ কামৰ আদর্শ। কোনো কোনোৱে এওঁক ভাল পায়। কোনোবাই কিবা কৰিলেও, কোনো-বাই কিবা ক'লেও তেওঁ নিজৰ অৱলম্বিত পথেৰেই জীৱন পাত কৰে। তেওঁৰ আদর্শ আৰু কর্মত ঐক্য আছে। দুয়োটাই পৰস্পৰক অনুসৰণ কৰে। এই কথা ক'বই লাগিব যে, তেওঁ এজন মানসিক দৃঢ়তা সম্পন্ন পুৰুষ।

আমি ভাবি চাব লাগিব, আদর্শ বুলিলে কি বুজায়। বিচাৰ-বিবেচনা

কৰাৰ ক্ষমতা নথকা সকলৰ আদৰ্শ বা নীতি বুলিও একো নাই। এজন আদৰ্শবান ব্যক্তিৰ ভাল-বেয়া বিচাৰ কৰাৰ ক্ষমতা আছে। এখন গাঁৱৰ কথাই ধৰা হওক। তাৰ আটায়েই একে শ্ৰেণীভুক্ত। সকলো বিলাকেই চোৰ-ডকাইত। পুৰুষ-পৰম্পৰাই চুৰি-ডকাইতিয়েই তেওঁলোকৰ বৃত্তি। ধৰক, সেই গাঁৱৰে এজন মানুহ। তেওঁৰ পিতাক চোৰ, ককাক চোৰ, আজুককাকো চোৰ, চুবুৰীয়া বিলাক চোৰ, মোমায়েক, ভনী জোঁৱাই— আটায়েই চোৰ। এতেকে তেৱোঁ চোৰ। সেই বুলি এই কথাও ক'ব নোৱাৰি যে, তেওঁ কোনো আদৰ্শৰ বশবৰ্তী হৈ কাম কৰিছে। তেওঁৰ বিচাৰ শক্তি থাকিব পাৰে, নাথাকিবও পাৰে। যদি থাকেও তেওঁ কিন্তু নিজৰ বিচাৰ শক্তি প্ৰয়োগ কৰি সেই অনুৰূপে কাম কৰা নাই। কিমান মানুহে জীৱনৰ লক্ষ্য কি তাক নজনাকৈয়ে কেৱল ভাৰতীয় পদ্ধতি বুলি কিছুমান ৰীতি-নীতি অনুসৰণ কৰি কোনো ৰকমে জীৱনটো কটাই দিয়ে। ভাল কোনটো, বেয়া কোনটো, কোনটোনো তেওঁলোকৰ উপযোগী— সেই বোৰ খামুচি ধৰি থাকিব পৰা মনৰ জোৰ তেওঁলোকৰ নাই। এতেকে প্ৰশ্নটো থাকিয়েই যায়—আদৰ্শ বুলিলে কি বুজায় ?

আদৰ্শ হ'ল—'বিচাৰ-বুদ্ধিৰ সহায়ত কোনটো কৰণীয়, কোনটো অকৰণীয়, এই বিষয় জানি আগ-পাছ গুণি তাৰ জীৱনটোৰ বাবে গৃহীত কৰ্ম-শৃংখলৰ ভিত্তিস্থানীয় ভাবনা।' এই দৰে আদৰ্শ সমূহ নিৰ্দ্ধাৰিত কৰি দিব পৰাৰ শক্তি থকা মানুহ আমাৰ দেশত বহু আছে। কিন্তু আদৰ্শক মানি লোৱা এটা কথা, আৰু সেই আদৰ্শ অনুযায়ী জীৱন যাপন কৰা আন এটা কথা। যি কোনো এটা আদৰ্শৰ প্ৰতি অঙ্গীকাৰ বদ্ধ হৈ যদি কোনোবাই সেই মতে আচাৰ-আচৰণ কৰিবলৈ অসমৰ্থ হয়, তেন্তে তেওঁ জীয়াতে মৰা।

ইয়াৰ পৰাই বুজা যায়, সমাজত দুই শ্ৰেণীৰ মানুহ : এদল অপদাৰ্থ আদৰ্শহীন মানুহ, আৰু এদল আদৰ্শৰ মাজত থাকিও সেই আদৰ্শত চলিবলৈ অপাৰগ হোৱাৰ বাবে অপদাৰ্থ মানুহ। পিছে এই দুটা শ্ৰেণীৰ দ্বাৰা সমাজৰ সিমান অনিষ্ট নঘটে। কেৱল তেওঁলোক যিমান দিনলৈ বাঁচি থাকিব, সিমান দিনলৈ কেৱল অন্নধ্বংসকাৰী ৰূপে পৃথিৱীৰ ভাৰ হৈয়ে থাকিব।

আৰু এক শ্ৰেণীৰ মানুহ আজিকালি খুব জনপ্ৰিয় হৈ উঠিছে : তেওঁলোকে তেওঁলোকৰ মগজৰ ভিতৰত নানাৰকমৰ আদৰ্শ, বৰ বৰ কথা ভৰাই থয় আৰু প্ৰয়োজনমতে সেইবোৰ বেচি জীয়াই থাকে। জনসাধাৰণে সেইবোৰ বৰ বৰ কথা শুনি ভাবে, এই মহান ব্যক্তিসকল অৱতাৰ স্বৰূপ। কিন্তু এবাৰ যদি এই অৱতাৰী পুৰুষ-সকলৰ ভিতৰুৱা জীৱনত প্ৰবেশ কৰে, তেতিয়া দেখিব যে সেইবোৰ সকলো ফুটুকাৰ ফেন। এই মহাপুৰুষ সকলৰ কাম-কাজ তেওঁলোকৰ প্ৰচাৰিত আদৰ্শৰ সম্পূৰ্ণ বিপৰীত। এতিয়া তেওঁলোকে বচন শুনায়—'আমি যেনেকৈ কওঁ, তেনেকৈয়ে কৰক : আমি যেনেকৈ কৰোঁ, তেনেকৈ নহয়।' ভণ্ডামি তেওঁলোকৰো আছে। যাদুকৰৰ কলা-কৌশলৰ দৰে প্ৰয়োজন অনুসৰি তেওঁলোকে আদৰ্শৰ ৰূপ সলায়।

এই মহাপাতকৰ ফলত আদৰ্শৰ যে কিমান অনিষ্ট হৈছে তাৰ কোনো হিচাপ নাই। কাৰণ, এওঁলোকৰ মুখৰ ফালে চালে বহুত নিৰ্বোধ মানুহ বিপথগামী হয়। আমি আদৰ্শৰ পূজাৰী, মানুহৰ নহয়। কোনোবাই তেওঁৰ আদৰ্শৰ পৰা ভ্ৰষ্ট হ'লেও আমি যে তেওঁৰ পূজা কৰোঁ – এইটো নিৰ্বুদ্ধিতাৰ বাহিৰে একো নহয়। আমাৰ পূজাৰ যোগ্য নহয়, ঘৃণাৰ হে যোগ্য। তেওঁতকৈ অসাৰ লোক নো আৰু কোন? আদৰ্শ আৰু কৰ্মৰ কি আকাশ পাতাল পাৰ্থক্য!

আমি ভাৰতবাসীয়ে সকলো প্ৰকাৰৰ স্বাধীনতা হেৰুৱাই সাত সাগৰ-তেৰ নদীৰ সিপাৰৰ পৰা অহা শ্বেতাঙ্গ সকলৰ দাসত্ব কৰিছোঁ। আমি ত্ৰিছ কোটি। তেওঁলোকৰ দুই লাখও নাই। সমগ্ৰ বিশ্বৰ লোকে আমাৰ এই পৰাধীনতাক এনে এক অদ্ভুত কথা বুলি ভাবে যে, এনে ঘটনা পৃথিৱীৰ ক'তো কোনোকালে ঘটা নাই। ইয়াৰ পৰা এই কথা ভবাৰ কাৰণ নাই যে, যি ইংৰাজে ত্ৰিছ কোটি ভাৰতীয়ক পৰাধীন কৰি থৈ শাসন কৰিছে, সেই ইংৰাজ জাতিক অন্যান্য দেশে বীৰ শ্ৰেষ্ঠ বুলি গণ্য কৰে। পিছে এইটো ঠিক যে, আমাৰ ওপৰত অন্যান্য জাতিৰ আৰু শ্ৰদ্ধা নাই, বৰং এক প্ৰকাৰৰ ঘৃণাই হে আছে। ভাৰতীয় সকল য'লৈকে যায়— নিন্দাহে বুটলে। সকলোৱেই আমাক ছেই ছেই কৰে। বিশ্ববাসীয়ে বিশ্বাস কৰে—'ভাৰতীয় নামৰ ভেড়াৰ পালক কেৱল ইংৰাজেই নহয় আন যি কোনো জাতিয়েই

অনায়াসে শাসন কৰিব পাৰে।' এয়ে যেতিয়া অৱস্থা, তেতিয়া আমি আমাৰ মৰ্যাদাৰ কথা লৈ বৃথা আস্ফালন কৰিলে সকলোৱেই হাঁহিব হে।

ভাৰতবৰ্ষৰ নৰ-নাৰীৰ গ্ৰহণ যোগ্য আদৰ্শ এতিয়া কেৱল এটা—আমাৰ মাতৃভূমিৰ পৰাধীনতা গুচাই স্বাধীনতা প্ৰতিষ্ঠা কৰা। এই আদৰ্শৰ বাটত যি কোনো বাধা-বিঘিনি আঁতৰাই আমি আগ বাঢ়ি যাব লাগিব। এই আদৰ্শক টানকৈ খামুচি ধৰিব লাগিব, কোনো প্ৰকাৰৰ মান-মৰ্যাদা, সুখ-স্বাচ্ছন্দ্যৰ কথা ভাবিলে নহ'ব। ঘৰ-বাৰী, স্ত্ৰী-পুত্ৰ সকলো যদি ইয়াৰ বাবে হেৰুৱাব লাগে তালৈকো প্ৰস্তুত হ'ব লাগিব। এই ভাবে আগ বাঢ়িবলৈ যাৰ মনৰ বল আৰু সাহস নাই, সেইবিলাক ভীৰু, অকৰ্মণ্যৰ দল ঘৰৰ ভিতৰত সোমাই পাছ পৰি থাকক। 'মইও স্বাধীনতাত বিশ্বাসী' বুলি আগলৈ আহিবৰ দৰকাৰ নাই। স্বাধীনতাৰ আদৰ্শত বিশ্বাসী মানুহে সৰ্বস্ব ত্যাগৰ বাবে প্ৰস্তুত থাকিব লাগিব। কোনো আদৰ্শই এলেহুৱা-অকামিলা সকলৰ বাবে নহয়। ৰ'দ-বৰষুণ, ক্ষুধা-তৃষ্ণা, নিদ্ৰা—এই বোৰ বিষয়ৰ কথা চিন্তা কৰিলে নহ'ব। এই দেহ অনিত্য। ব্ৰহ্মই নিত্য। সত্যই জয়। নিৰ্ভীক, তুমি দাসত্বৰ পৰা মুক্তি পাবা। পৃথিৱীৰ যি বোৰ ঠাইত মানুহক দাসত্ব বন্ধনেৰে পদানত কৰি থৈছে, সেই ঠাইবোৰত তোমাৰ জয়ডঙ্কা বজাই পৰাধীন আৰু পদানত জনক মুক্ত কৰা। তোমাৰ কৰ্মত ভাৰত মাতৃয়ে আকৌ আগৰ দৰেই বিশ্বৰ তিলক হৈ উঠিব। এই আদৰ্শ ত্যাগ নকৰিবা।

# জ্ঞান ৰথ

## ভূমিকা

এদিন সন্ধিয়া মাদ্ৰাজ চহৰৰ ট্ৰিপ্লিকেন নামৰ তিৰূবল্লিক্-কেনি অঞ্চলৰ বীৰ ৰাঘৱ মুদালিয়াৰ সৰণীত সমুদ্ৰমুখী এটা ঘৰৰ দোতলাত খাটৰ ওপৰত শুই জিৰণি লৈছিলোঁ। মই শোৱা ঘৰটোৰ দুৱাৰ-খিৰিকীয়েদি সমুদ্ৰৰ স্নিগ্ধ বতাহ আহি প্ৰাণ-মন জুৰ পেলাই দিলে। সেই জুৰ বতাহৰ লগত সন্ধিয়াৰ মুনি-চুনি পোহৰ মিলি যি এক আনন্দৰ সৃষ্টি কৰিলে, সেয়া বৰ্ণনাতীত। কেৱলেই ভাব হ'ল—'আহ! এতিয়া যদি গা-পা ধুই এখন প্ৰথম শ্ৰেণীৰ ঘোঁৰাৰ গাড়ীত উঠি সমুদ্ৰৰ তীৰে তীৰে দক্ষিণলৈ অৰ্ভৈয়াৰৰ ফালে যাওঁ, আকৌ তাৰ পৰা গোটেই বাটটো যদি কালিদাসৰ শকুন্তলা নাটক অথবা এখন উপনিষদ পঢ়ি পঢ়ি আনন্দ মনেৰে ঘূৰিব পাৰোঁ. তেন্তে বৰ ভাল হয়। কিন্তু তেতিয়াই আকৌ মনত পৰিল—'মোৰ যে ঘোঁৰাৰ গাড়ী নাই!'

হায়! বহু টকাৰ মালিক নহ'লে কেৱল যে নিকৃষ্ট পাৰ্থিব আনন্দৰ পৰাই বঞ্চিত হ'বলগীয়া হয়, সেইটো নহয়—আচল নিৰ্মল আনন্দ লাভৰও কোনো উপায় নাথাকে। এই কথা ভাবি থাকোঁতে মোৰ মনে ক'লে—'মূঢ়! ঈশ্বৰে সকলো মানুহকেই জ্ঞান নামৰ এক দৈৱৰথ দিছে। সেই জ্ঞান ৰথে তোমাৰ অভীপ্সিত যি কোনো দিশলৈকে লৈ যাব পাৰে, তোমাৰ আকাংখিত যি কোনো দৃশ্য দেখুৱাব পাৰে। সেই জ্ঞান ৰথক কামত লগাই আনন্দ লাভৰ পথত মনক নিযুক্ত নকৰি, যি কোনো মুহূৰ্ততে তোমাক তললৈ বগৰাই দিব পৰা কাঠৰ গাড়ীৰ বাবে তুমি হা-হুতাশ কৰিছা?' তৎক্ষণাত জ্ঞানৰথ প্ৰস্তুত ৰাখিবৰ বাবে মোৰ সংকল্প ৰূপী সেৱকক হুকুম কৰিলোঁ। ৰথ আহি ৰ'ল। মই উঠি বহিলোঁ। কিন্তু মোৰ জ্ঞানৰথ আন লোকৰ ৰথৰ দৰে সিমান তীব্ৰ গতিৰ নহয়। অলপ লেকেচিয়াই যায়। কি আৰু কৰা যায়! থকা বস্তুৰেই কাম চলাব লাগিব। এতেকে ৰথত উঠি বহিলোঁ।

# প্ৰথম অধ্যায় ঃ প্ৰশান্তি-লোক

মই মোৰ জ্ঞান ৰথক কলোঁ—'হে ৰথ! দুখ নোহোৱা ঠাই যদি ক'ৰবাত আছে মোক তুমি এই মুহূৰ্ত্তে তালৈ লৈ যোৱা।' আহ! এনে হেন ৰথ মোৰ ঘৰতে থকা সত্বেও ইমান দিনে মই মিছাকৈয়ে দুশ্চিন্তাত আছিলোঁ। দুখ কষ্ট দূৰ কৰাৰ কোনো উপায় পোৱা নাছিলোঁ। ইমান দিনে মোৰ মন বৰশীত লাগি ধৰা মাছৰ দৰে ছট-ফটাই আছিল; সেই যন্ত্ৰণা গুচাবৰ বাট নাপাই কষ্ট পাইছিলোঁ। হায় ভগৱান! এই সাংসাৰিক দুশ্চিন্তাৰ কথা ভাবিলেই জিকাৰ খাই উঠোঁ। মুখৰ সৌন্দৰ্য্য আৰু যৌৱনৰ ৰূপ-লাৱণ্য সকলো শেষ হৈ যায়। গালৰ আভা মোলান পৰে, কপাল কোঁচ খাই বলিৰেখা পৰে। কণ্ঠৰ স্বৰ সৰু হৈ আহে. তেজ চলাচল বন্ধ হৈ জঠৰ হৈ পৰে। ভৰি অলৰ হয়। দুশ্চিন্তাৰূপী বিষাক্ত কীটে শৰীৰৰ ভিতৰত খুলি খুলি খাই দেহ জৰাজীৰ্ণ কৰি তোলে। কেৱল জানো শৰীৰেই? জ্ঞানকো নষ্ট কৰে, বিস্মৃতি বাঢ়ি যায়। স্মৰণীয় ঘটনাবোৰ আৰু সময়মতে মনত নপৰে। পঠিত বিষয়-বস্তু মৰুভূমিত বৰষুণৰ টোপালৰ দৰে নিষ্ফল হয়। হায়! এই দুশ্চিন্তাৰূপে ক্ষুদ্ৰ ক্ষুদ্ৰ কীটবোৰৰ মাজত ইমান যে বিষ আছে, কোনে জানিছিল? চিকিৎসা শাস্ত্ৰত থকা ভয়ংকৰ জীৱাণুৰো ইমান বিষ নাই।

মই আদেশ দিলোঁ—'হে জ্ঞানৰথ, তুমি মোক নিশ্চিন্ত লোকলৈ লৈ ব'লা।' তেতিয়া মনে আহি ৰথক বাধা দিলে। ক'লে—'সেহ লোক এনে কোনো সুখৰ ঠাই নহয়। দুশ্চিন্তা নথকাটোৱেই জানো মানুহৰ পক্ষে যথেষ্ট? অন্য আনন্দ উপলব্ধি কৰিব পৰা ধৰণৰ ঠাই এডোখৰো তোমাৰ চকুত পৰা নাই নে? মই কলোঁ—'দুশ্চিন্তা বিহীন ঠাইতো সুখ নাই। তাৰ বাহিৰেও—তাৰ বাহিৰেও—কি আৰু ... নাই, সেই কাৰণটো ক'ব নোৱাৰি। মুঠ কথা, তালৈ যাবলৈ মোৰ ভাল নালাগে।'

মই খঙেৰে মনক কলোঁ—'ছিঃ ছিঃ ছিঃ! বলিয়া মন, অবিৰত তোমাৰ দুখ-যন্ত্ৰণা দেখি দয়া পৰবশ হৈ ভাবিছিলোঁ, তোমাক খন্তেকলৈ শান্তিলোকলৈ লৈ যাম। কিন্তু তুমি দেখিছোঁ ইয়াৰ বিৰুদ্ধে আপত্তি তুলিছা।' মনৰ কোনোৰূপ সলনি দেখা নগ'ল।

এই মন নামৰ মোহময়ী মোহিনীৰ লগত মোৰ গভীৰ পীৰিতি। প্ৰথমতে কেনেকৈ যে এই মোহ উৎপন্ন হ'ল, সেই কথা বিতংকৈ খুলি কোৱা টান। সেই বোৰ গোপন কথা। প্ৰথমে আছিল আমাৰ দ্বৈত ভাব। মই বেলেগ, মন বেলেগ। কিন্তু দিনে দিনে অনুৰাগ বাঢ়ি গৈ আমাৰ দ্বৈত ভাব নোহোৱা হ'ল। মোহিনীৰ প্ৰেমত মই মজিলোঁ। সেই মনৰূপী মোহিনীৰ কষ্ট দেখি আৰু সহিব নোৱাৰিলোঁ, ভাবিলোঁ মনক এবাৰ শান্তিলোক ফুৰাই আনো। এতিয়া মনেই সেই কথাত নিস্পৃহ। মাথোঁ নিস্পৃহই নহয়, বিৰক্ত—দেখি মোৰ এক প্ৰকাৰ ভ্ৰমেই হ'ল। মনক কিমান দৰে বুজাবলৈ চেষ্টা কৰিলোঁ। মনে তেতিয়া অবুজন হৈ ঠেহ পাতি আব্দাৰ ধৰিলে। কি কৰিম ভাবি পাব নাপালোঁ। পিছত এটা সঠিক সংকল্প লৈ কলোঁ—'মন, এই বিষয়ে মই তোমাৰ কোনো কথাই নুশুনো। তোমাৰ মঙ্গল চিন্তা কৰিয়েই মই কাম কৰিম। হে জ্ঞানৰথ! আৰু পলম নকৰিবা ব'লা।'

পাছ মুহূৰ্ততে শান্তি লোকৰ দুৱাৰ ডলিত উপস্থিত।

আকাশ-চুম্বী দুৰ্গ প্ৰাকাৰৰ দুৱাৰ মুখত গৈ ৰথ ৰ'ল। দূৰৰ পৰাই সেই দুৰ্গ মোৰ চকুত পৰিল। ভাবিছিলোঁ, মোৰ জ্ঞানৰথ সেইখিনি গৈ পোৱাৰ লগে লগেই প্ৰৱেশ মুখৰ কপাট আপোনা-আপুনি মুকলি হ'ব। ...পিছে বাটত আছে কণা বিধি! আশা কৰা মতে নহ'ল। কি আচৰিত! জ্ঞানৰথ গৈ পশিব নোৱৰা ইমান পৰিশুদ্ধ এই শান্তি লোক! মই বিস্ময় মানিলোঁ। মন আগতেই কঁপিছিল। এতিয়া আগতকৈও হেজাৰ গুণ বেছিকৈ কঁপিবলৈ ধৰিলে। দুৰ্গ মুখৰ বাহিৰত এজন দুৱৰীয়ে তৰোৱাল হাতত লৈ পহৰা দিছিল। জুইৰ শিখাৰ দৰে তিৰবিৰাই থকা অস্ত্ৰধাৰীক দেখি বোধ হৈছিল—হিমালয় পৰ্বতকো হয়তো তেওঁ একে ঘাপতে দুছেও কৰিব পাৰে। সেই অস্ত্ৰৰ ওপৰত চকু ছাঁট মাৰি ধৰা উজ্জ্বল আখৰেৰে লিখা আছিল—'বিবেক।' দুৱৰীয়ে সুধিলে· 'কোন?'

মই তেওঁক মিনতি জনালোঁ— 'শান্তিলোক চাবলৈ বুলি আহিলোঁ।' মোৰ কথা শুনি মানুহজনে হো-হোৱাই হাঁহি উঠিল। মই সুধিলোঁ— হাঁহিছে কিয় ডাঙৰীয়া? উত্তৰ নিদি তেওঁ হাঁহিবলৈহে লাগিল।

ক্ষণে ক্ষণে মনৰ সন্ত্ৰাস বাঢ়ি যাবলৈ ল'লে। মই অলপ খঙেৰেই দুৱৰীক সুধিলোঁ—'ডাঙৰীয়া, ভিতৰলৈ যাব পাৰিম নে নোৱাৰিম, একে আষাৰে কৈ দিয়ক—ইমানকৈ হাঁহিছে কিয় ?

মই শুনিব পৰাকৈ বিৰবিৰাই মানুহজনে ক'লে-'শান্তি লোকলৈ কোন যাব। মোৰ আৰু শান্তি লোকৰ মাজত বহুত ব্যৱধান।' তাৰ পিছত ডাঙৰকৈ ক'লে—'খং নকৰিবা। তুমি ভাবিছিলা, শান্তিলোক এখনি নাট্যশালা। অকণ মান চাই-মেলি গুচি যাবা। সেয়ে মোৰ হাঁহি উঠিল। সাধাৰণতে এই শান্তিলোকলৈ অহা সকল আৰু ঘূৰি নাযায়।'

'সেয়া তো বৰ ভাল কথা। ভিতৰলৈ সোমাব পাৰিম নে নোৱাৰিম দয়া কৰি সেইষাৰ কথা কওক।' 'তুমি সোমাব পাৰা। এইটো সকলো প্ৰাণীৰেই মাতৃ ভৱন। ইয়ালৈ নাহিবা বুলি কোনো জীৱকেই বাধা দিয়াৰ অধিকাৰ মোৰ নাই। কিন্তু বৈৰাগ্য দুৰ্গ পাৰ হৈ ভিতৰলৈ যোৱাৰ অধিকাৰ নাই। সেই যে তোমাৰ লগত মন নামৰ মিছা বস্তুটো আহিছে—ভিতৰলৈ গলেই সি জুইত দিয়া কপাহৰ পুতলাৰ দৰে জ্বলি শেষ হৈ যাব।'

ইমান পৰে বুজিব পাৰিলোঁ—প্ৰথমতেই মনে শান্তিলোকৰ কথা শুনি কিয় আপত্তি কৰিছিল—কিয় কঁপিবলৈ লৈছিল। সি মোক প্ৰাৰ্থনা কৰিছিল—মই যেন তালৈ নাযাওঁ। অত্যাচাৰী নৃশংস ৰজা যমৰজাৰ আগত ভয়ত থৰ থৰ কৈ কঁপাৰ দৰে দুৰ্গৰ কাষলৈ আহি মনেও তেনেকৈ সন্ত্ৰস্ত হৈ উঠিল। এই সকলোবোৰৰে প্ৰকৃত কাৰণ এতিয়া বুজিব পৰা গ'ল। ইয়াৰ পিছত সেই শান্তিলোকত সোমোৱাৰ আকাংখ্যা মোৰ নাইকিয়া হৈ গ'ল। মনৰ প্ৰতি মোৰ যি মোহ, সেই মোহ নাশ কৰি মই যে আনন্দ লাভ কৰিম, সেয়া মোৰ ভাল নালাগিল।

দুৱৰীক সুধিলোঁ—'মোক এতিয়া কি কৰিবলৈ কোৱা ? তেওঁ উত্তৰ দিলে—'হে মনুষ্য! মনৰ মৃত্যুৰ পিছত হে শান্তি, তাৰ আগতে নহয়। মন থকালৈকে দুশ্চিন্তাৰ শেষ নাই। দুশ্চিন্তাৰূপী অসুৰ কুল জন্মদাতৃ—মন। সেই মন নামৰ মায়া-ৰাক্ষসীৰ প্ৰতি তোমাৰ প্ৰেম এতিয়াও শেষ নহ'ল। পৰিণতি অৰ্জনৰ পিছত কেৱল তুমিহে ইয়াত সোমাব পাৰিবা। এতিয়া গুচি যোৱাঁ।' হঠাৎ দুৰ্গ, দুৱৰী সকলো অদৃশ্য হৈ গ'ল। পলকৰ বাবে

চকুৰে এন্ধাৰ দেখিলোঁ। পিছ মুহূৰ্ততে দেখিলোঁ, সেই বীৰবাঘৰ মুদালিয়াৰ সৰনীৰ মোৰ আগতে কৈ অহা ঘৰৰ দোতলাৰ খাটত শুই আছোঁ আৰু মোৰ ঘৰৰ ভিতৰত সমুদ্ৰৰ জুৰ বতাহ বলিছে।

মই ভাবিছোঁঃ 'যি হ'বৰ হ'ল। শান্তিলাভ মোৰ নহ'ল। নহওক। তাত কোনো মহাপাপ হোৱা নাই। বেচেৰা মনক শেষ কৰি কেৱল ময়েই অকলে অকলে আনন্দ লাভ কৰিম—এনে আকাংখ্যা অকৃতজ্ঞতাৰ পৰিচায়ক নহয় জানো? মনৰ বাবে যি উদ্বেগ আৰু যন্ত্ৰণা পাব লগীয়া হৈছিল—সেই বোৰৰ কথাই ভাবিছোঁ নেকি? মনৰ সহায়ত মই পোৱা সুযোগ-সুবিধাৰ কথা ভবা নাই কিয়? পাৰ্থিৱ জীৱনটোৰ কথা জানিব পাৰিছোঁ কাৰ পৰা—এই মনৰ পৰাই। মনেই মোৰ ঈশ্বৰ বুলিব লাগিব। মনতকৈ মোৰ আৰু মোতকৈ মনৰ আপোন আৰু আছে কোন? মন মৰিব আৰু মই অকলে বাঁচি থাকিম, শান্তিলোকত অকলে প্ৰৱেশৰ অধিকাৰ লাভ কৰিম—তেনে অধিকাৰ মোৰ দৰকাৰ নাই। এইৰূপে সিদ্ধান্ত কৰিলোঁ। কলোঁ—শান্তি শান্তি বুলি যি সকলে চিঞৰ-বাখৰ কৰে, বিশ্ববাসীয়ে তেওঁলোককে ব্ৰহ্মজ্ঞানী আৰু মহৰ্ষি বুলি প্ৰশংসা কৰে। কিন্তু মই ভাবোঁ, সেই সকল মহাজ্ঞানী মহৰ্ষি মূঢ় আৰু মানৱ দ্বেষী।'

মনে মোৰ কথা শুনি হুমুনিয়াহ পেলাই ক'লে—'আঃ; বাচিলোঁ!' ইতিমধ্যে তাৰ সকলো সন্ত্ৰাস আৰু কঁপনি বন্ধ হৈছে। মন স্থিৰ হ'ল। মইও আনন্দিত। আনন্দৰ আৱেগত মন মোহিনীক চুমা এটি খালোঁ।

# ভগৱদ্‌গীতাৰ ভূমিকা

[ ভাৰতীয়ে নিজে কৰা অনুবাদৰ লগত এটি দীঘলীয়া ভূমিকাও লিখে। তাৰে একাংশ ইয়াত দিয়া হ'ল। ]

'হে অৰ্জুন! সমত্ববুদ্ধিযুক্ত যোগ যুক্ত পুৰুষে ইহলোকতে পাপ-পুণ্য দুয়োটা ত্যাগ কৰে, অৰ্থাৎ দুয়োটাতে লিপ্ত নহয়। এতেকে তুমি যোগৰ অনুষ্ঠান কৰা, কিয়নো, কৰ্ম-কৌশলেই যোগ।' ( গীতা-2 অধ্যায়; 50-শ্লোক )।

গীতাত ভগৱান শ্ৰীকৃষ্ণ প্ৰদত্ত উপদেশসমূহৰ মূল ভিত্তি উল্লিখিত শ্লোক। সমবুদ্ধিযুক্ত হোৱা, অৰ্থাৎ জ্ঞানক সম্পূৰ্ণৰূপে মোহমুক্ত ৰখা। এই নিৰ্মল বুদ্ধিক উক্তশ্লোকত প্ৰকৃত বুদ্ধি বুলি কৈছে। জ্ঞানক নিৰ্মলৰূপে লাভ কৰা মানে যাৱতীয় চিন্তা-উদ্বেগ আৰু তাৰ আধাৰ স্বৰূপ পাপ চিন্তা পৰিত্যাগ কৰি জ্ঞানক স্বভাৱত প্ৰতিষ্ঠা কৰা।'

যীশুখৃষ্টই কৈছে: 'তোমালোকে শিশুৰ দৰে নহ'লে মোক্ষৰাজ্যত প্ৰৱেশ কৰিব নোৱাৰিবা।' শিশুৰ দৰে হোৱা মানে তোমাৰ সকলো লৌকিক অভিজ্ঞতা পাহৰি গৈ সমস্ত অধীত বিদ্যা পৰিত্যাগ কৰি শিশুৰ দৰে নুফুটা-আধাফুটা মাতেৰে কথা কোৱা নহয়। কথাষাৰৰ তাৎপৰ্য হ'ল এই যে হৃদয়ক শিশুৰ দৰে সৰল, শুদ্ধ আৰু নিৰ্মল ৰখা।

হৃদয় নিৰ্মল নহ'লে বুদ্ধি নিৰ্মল নহয়। হৃদয়ৰ পূৰ্ণ শুদ্ধ অৱস্থা নোহোৱালৈকে বুদ্ধি মাজে মাজে নিৰ্মল হ'লেও বাৰে বাৰে বিভ্ৰান্ত হ'ব। হৃদয় শুদ্ধ হ'লে সমত্ববুদ্ধিৰ উদয় হ'ব। ভগৱানে কৈছে—'অৰ্জুন. তুমি সমত্ববুদ্ধিৰ আশ্ৰয় গ্ৰহণ কৰা।' এই কথাৰ তাৎপৰ্য এই: সমত্ববুদ্ধিৰ অধিকাৰী হ'লে তোমাৰ কাম যিয়ে, নহওক, সেয়ে সৎকাম। তুমি সুকৃত আৰু দুষ্কৃতৰ ভেদ পাহৰি তোমাৰ ইচ্ছানুযায়ী কাম কৰিব পাৰা। কাৰণ, তুমি যি কৰিবা, সকলোৱেই ভাল কাম হ'ব। বুদ্ধি তোমাৰ নিৰ্মল, এতেকে অসৎ কামত তোমাৰ প্ৰবৃত্তি হ'ব নোৱাৰে। এতেকে ভাল-বেয়া বিচাৰ নকৰি মনৰ ইচ্ছামতে কাম কৰাঁ।'

গতিকে, ভগৱানে অৰ্জুনক ভাল-বেয়া সকলো প্ৰকাৰৰ কাম পৰি-ত্যাগ কৰিবলৈ কৈ 'হে অৰ্জুন, তুমি সৰ্বদা নিদ্ৰামগ্ন হৈ থাকা'—এনে ধৰণৰ উপদেশ দিছে বুলি ভবাটো অজ্ঞতাহে। কাৰণ, ভগৱানে কৈছে—'কোনেও কেতিয়াও এক মুহূৰ্তৰ বাবেও কাম নকৰাকৈ থাকিব নোৱাৰে, কিয়নো, প্ৰকৃতিৰ গুণত অৱশ হৈ সকলোৱেই কাম কৰিবলৈ বাধ্য হয়। (3 অধ্যায়, শ্লোক 5)

গতিকে মানুহ সদায় কৰ্মত নিযুক্ত থাকিব লাগিব। সৰ্বদা নিদ্ৰাভি-ভূত হৈ থকাটো, কুম্ভকৰ্ণৰ পক্ষেও সম্ভৱ নহয়। তেওঁ ছমাহ কাল সাৰে থাকিব লাগে। কিন্তু তুমি যেতিয়া কাম কৰিবা, তেতিয়া পৃথিৱীৰ লোকৰ দৰে অবিৰত নৈৰাশ্যক্লিষ্ট মনেৰে কৰ্ম ফলৰ চিন্তা কৰি কৰি কাম নকৰিবা। শ্ৰী ভগৱানে কৈছে ( 2/47 )—'হে অৰ্জুন. কৰ্মতেই তোমাৰ অধিকাৰ, কৰ্ম ফলত তোমাৰ কোনো অধিকাৰ নাই।' তেওঁ আৰু কৈছে (6/1)—'কৰ্ম ফলৰ আকাংখ্যা নকৰি যি কৰ্তব্য কৰে, তেৱেঁই সন্ন্যাসী, তেৱেঁই যোগী।'

নিৰ্মল জ্ঞান নেহেৰুৱাই অবিৰাম কৰ্ম কৰি যোৱাঁ। তুমি যিয়েই নকৰা লাগে, সেয়ে ভাল হ'ব। তুমি কৰ্মহীন হৈ হাত সাৱটি বহি থাকিলে তোমাৰ মন নিজে নিজেই কোনো এটি মঙ্গল কামত ৰত থাকিব। শৰীৰ দি কৰণীয় কাম একমাত্ৰ কাম নহয়। মন দি কৰিব লগীয়া কামও কাম। সমস্ত শাস্ত্ৰ, সমস্ত কবিতা, নাটক, আইন, বেদ-পুৰাণ, গল্প-কাহিনী, কাব্য—এই বোৰ জানো কাম নহয় ? এই বোৰ সমস্ত কৰ্মই শৰীৰৰ নহয়—মনৰ।

নিৰ্মল বুদ্ধি মলিয়ন নকৰিবা। শ্ৰীকৃষ্ণই কৈছে: 'যোগ কৰা, যি কোনো বিষয়ৰ বাবেই হওক, কৰ্মৰ ভিতৰত যোগেই শ্ৰেষ্ঠ।' যোগ কি ? যোগ হ'ল সমত্ব। 'সমত্বং যোগ উচ্যতে।' অৰ্থাৎ আন এটি বস্তুক মনো-যোগ দি চোৱাৰ সময়ত মনলৈ কোনো প্ৰকাৰৰ ভয়-শংকা বা চঞ্চলতা নাহে—এনে ভাৱে সম্পূৰ্ণ ৰূপে মনক বিষয়ৰ মাজত নিমগ্ন ৰখাই যোগ। তুমি একোটা বস্তুৰ লগত যেতিয়া যুক্ত হ'বলৈ বিচৰা, তেতিয়া তোমাৰ সম্পূৰ্ণ মন সেই বস্তুৰ আকাৰলৈ সলনি হোৱাৰ দৰকাৰ। তেতিয়াহে কেৱল তুমি সেই বস্তুক ভালদৰে বুজিব পাৰিবা। শ্ৰী ভগৱানে কৈছে (2/48,

—যোগস্থঃ কুৰু কৰ্মাণি, অৰ্থাৎ যোগৰ মাজত থাকি সিদ্ধি অসিদ্ধি তুল্য জ্ঞান কৰি কৰ্ম কৰা। যোগীয়ে তেওঁৰ আত্মজ্ঞানক ঈশ্বৰ জ্ঞান কৰি তুলিব পাৰে, কাৰণ, দৃঢ় মনঃ সংযোগৰ শক্তি তেওঁৰ অসাধাৰণ। তেওঁৰ জ্ঞানৰ কোনো সীমা নাই। সেয়ে তেওঁ সৰ্বত্ৰ ঈশ্বৰৰ অৱস্থিতি দেখিবলৈ পায়।

বেদৰ আদৰ্শক ব্যাখ্যা কৰাৰ বাবে ভগৱদ্ গীতাৰ ৰচনা। ঋগ্‌বেদৰ পুৰুষ সূক্তত কৈছে—'এই সমস্তই ভগৱান।' গীতাৰ মাজতো অনুৰূপ কথা—'যি জনে সমস্ত বস্তুতে আত্মাক আৰু আত্মাত সমস্ত বস্তু দেখে, তেৱেঁই চক্ষুষ্মান।'

তুমিও ভগৱান। তোমাৰ কৃত সকলো কামেই ভগৱানৰ কাম। তোমাৰ বন্ধনত জন্ম—সেয়াও ভগৱানৰ কাম। আৰু বেহিকৈ তুমি তোমাক বন্ধনত আবদ্ধ কৰিছা। সেয়াও ভগৱানৰে কাম। তুমি মুক্তি লাভ কৰিবা। সেয়াও ভগৱানৰে কাম।

কোনোবাই যদি সোধে—'কিন্তু আমি কিয় বন্ধন ছিন্ন কৰিবৰ বাবে কষ্ট স্বীকাৰ কৰিম? সকলোবোৰেই যেতিয়া ভগৱানৰে কাম, তেতিয়া মুক্তিলাভৰ বাবেনো আমি কিয় চেষ্টা কৰিম? তেনেহ'লে প্ৰশ্ন উঠে—'মুক্তি কি?' সমস্ত দুঃখ, সমস্ত ভয়, সমস্ত উদ্বেগ ৰহিত হোৱাৰ অৱস্থাই মুক্তি। সেই মুক্তিলাভৰ আকাংখ্যা যদি তোমাৰ আছে, তেন্তে তুমি তাৰ উপযুক্ত চেষ্টা কৰাঁ। অন্যথাই দুখৰ মাজত পৰি তুমি অবিৰত পাক ঘূৰণি খাবা। কোনে তোমাক বাধা দিব? তুমি কোনো কামত প্ৰবৃত্ত হ'লে মনত ৰাখিবা—কামটো তোমাৰ নহয়, ভগৱানৰ। তাত তোমাৰ মঙ্গলেই হ'ব। এই কথা শাস্ত্ৰত কৈছে। 'সৰ্বং বিষ্ণু ময়ং জগৎ'—এয়ে হ'ল সনাতন ধৰ্মৰ সিদ্ধান্ত। সকলো ভগৱংময়। সমস্ত ৰূপ, সমস্ত আকাৰ, সমস্ত দৃশ্য, বৰ্ণ, অৱস্থা, প্ৰাণ, বস্তু, শক্তি ঘটনা আৰু কৰ্ম—সমস্তই ঈশ্বৰময়। ঈশোপনিষদত কৈছে--'ঈশাবাস্যম্ ইদং সৰ্বং যৎ কিঞ্চ জগত্যাং জগৎ'—এই জগতত যি ঘটিছে—সকলোৱেই সেই ঈশ্বৰময়। এয়ে তাৎপৰ্য্য।

এই কথাত শ্ৰীকৃষ্ণই ভগৱদ্ গীতাত কৈছে—'এই নিখিল বিশ্ব চৰাচৰ পূৰ্ণ কৰি বিৰাজমান অবিনশ্বৰ ভগৱান, এই দৰে বুজিবলৈ চেষ্টা কৰাঁ। এতেকে যি জগতত সকলো ঈশ্বৰময়, সমস্ত কাম ঈশ্বৰৰ কাম, তাত

কাৰো উদ্বিগ্ন হোৱা বা দুখ পোৱা অজ্ঞতা নহয় নে? সকলো শিবৰ কৰ্ম'—এয়ে যদি সত্য হয় তেন্তে আমি আৰু কিয় বৃথাই কষ্ট ভোগ কৰোঁ।

ঈশ্বৰৰ শক্তিত সমস্ত নক্ষত্ৰ ঘূৰিছে। তেওঁৰেই চক্ৰত ত্ৰিলোকে নৃত্য কৰিছে। 'সৰ্বং বিষ্ণু ময়ং জগৎ'—এয়ে যদি সত্য হয়, তেন্তে হে মানৱ, তুমি কিয় বৃথাই ভাৰ বহন কৰিছা? সমস্ত ভাৰ দলিয়াই দি, তোমাৰ দ্বাৰা যিবোৰ কাম কৰা সম্ভৱ, তাকে কৰি যোৱাঁ। পৃথিৱীৰ কোনটো কি দৰে হ'ল তোমাৰ তাত কি প্ৰয়োজন? তুমি জানো এই জগৎ সৃষ্টি কৰিছা? তুমি এই জগতৰ পৰিচালক নেকি? নক্ষত্ৰ সমূহে তোমাক সুধি জানো ঘূৰিছে? তোমাৰ অনুমতি লৈছে নে কি? সমস্ত বিষয়ত তুমি কিয় দায়িত্ব ভাৰ বহন কৰিবলৈ বিচৰা? শ্ৰী ভগৱান কৈছে (4/10)—'বিষয়ানুৰাগ, ভয় আৰু ক্ৰোধ বৰ্জন কৰি, মোতেই একাগ্ৰচিত্তে আৰু মোতেই শৰণাপন্ন হৈ, মোৰ জ্ঞানময় তপস্যাৰ দ্বাৰা পবিত্ৰ হৈ বহুতে মোৰ গুণ লাভ কৰিছে।' এই শ্লোকতে কোৱা হৈছে—মানুহে কি দৰে জীৱমুক্তি লাভ কৰি ঈশ্বৰত্ব লাভ কৰিব পাৰে। 'জ্ঞানক অৱলম্বন কৰি কৰ্ম কৰাঁ। ক্ৰোধ পৰিহাৰ কৰাঁ, আকাংখ্যা ত্যাগ কৰাঁ, মোৰেই শৰণাপন্ন হৈ মোতেই লীন হোৱা। তেতিয়া তুমি মোৰ গুণ পাবা।'—এয়ে হ'ল ভগবদ্ উক্তিৰ তাৎপৰ্য্য।

'যিজনে সমস্ত কাম ভগৱানত সমৰ্পণ কৰে, ফলাসক্তি ত্যাগ কৰি কৰ্মত ব্ৰতী হয়, পাপে তেওঁক স্পৰ্শ কৰিব নোৱাৰে, তেওঁ পাপত লিপ্ত নহয়, পদ্ম পত্ৰই পানীৰ লগত থাকিও পানীৰ দ্বাৰা লিপ্ত নহয়। (5/10)

'হে মানৱসকল! তোমালোকৰ বাবে জানো অতি শুভ সংবাদ নহয়? হে অপাপবিদ্ধ, পথ অনভিজ্ঞ প্ৰপীড়িত মানৱ, এই শ্লোকত ভগৱান তোমালোকক সুপথ প্ৰদৰ্শন কৰিছে। ঈশ্বৰ চিন্তা কৰি তেওঁৰ কাম তেওঁৰই বাবে কৰিব লাগিব—এই বুদ্ধি লৈ যদি তুমি তোমাৰ নিজৰো কাম কৰা, তাত পাপ নহয়—যেনেকৈ পদুম পাতত পানী লাগি নধৰে, বৰং পিছলি পৰি যায়।

মানুহৰ নিজস্ব কোনো কাম নাই। ভগৱানে মানুহৰ বাবে কামও সৃষ্টি নকৰে, কাম কৰাৰ শক্তিও সৃষ্টি নকৰে (অৰ্থাৎ কৰ্তৃত্ব ও সৃষ্টি নকৰে),

সুখ-দুঃখ-ৰূপ কৰ্মফলও সৃষ্টি নকৰে। সকলো বোৰেই প্ৰকৃতিৰ নিয়ম অনু-যায়ী চলে (5/14)। এতেকে মানুহৰ কৰ্মসমূহত কোনো প্ৰকাৰৰ অধৈৰ্য্য আৰু চঞ্চলতা অনাৱশ্যক। অন্য প্ৰাণীৰ প্ৰতি দ্বেষ পোষণ কৰাও অনুচিত।

ভগৱানে কৈছে (5/18)—'বিদ্যা-বিনয় সম্পন্ন ব্ৰাহ্মণ, গৰু হাতী-কুকুৰ আৰু কুকুৰৰ মাংস ভোজী চণ্ডালতো পণ্ডিতসকল সমদৰ্শী।' এতেকে কেৱল মানুহৰ জাতি বৈষম্য নহয়, প্ৰাণীৰ মাজতো কোনো প্ৰকাৰৰ বৈষম্য নকৰা-টোৱেই জ্ঞানী সকলৰ লক্ষণ। —এয়া হ'ল ভগৱদ্ বাণীৰ তাৎপৰ্য।

সমস্তই জানো ঈশ্বৰময় নহয়? সমস্ত প্ৰাণীতেই বিষ্ণু ব্যাপ্ত হৈ আছে। 'সৰ্বমিদং ব্ৰহ্ম।' সাপও নাৰায়ণ, শিয়ালো নাৰায়ণ। ব্ৰাহ্মণও ভগৱানৰ ৰূপ, হৰিজনও ভগৱানৰেই ৰূপ। এনে অৱস্থাত এটা জন্তুৱে আন এটা জন্তুক যি কোনো কাৰণতেই নিকৃষ্ট বুলি ভবাটোতকৈ অজ্ঞানতা আৰু কি থাকিব পাৰে? সেই ধৰণৰ উচ্চ-নীচ চিন্তাত মগ্ন থকাসকলে দুখৰ পৰা কেতিয়াও নিষ্কৃতি লাভ কৰিব নোৱাৰে। য'তেই বৈষম্য, ত'তেই ভয়, য'তেই বিপদ, ত'তেই মৰণ। সমস্ত প্ৰকাৰৰ বৈষম্য ত্যাগ কৰাই জ্ঞান। এয়েই হ'ল মুক্তিৰ পথ।

# চন্দ্রিকাৰ কথা ( ভূমিকম্প )

পাহাৰৰ নামনিত বেলান্‌কুণ্ডি নামৰ এখনি ধুনীয়া গাঁও। দাঁতিয়েদি বৈ গৈছে এখনি সৰু নৈ। পাহাৰৰ ওখ ওখ টিং বোৰে আৰু ওখ-চাপৰ টিলাবোৰে গাঁওখন আগুৰি আছে। গোটেই গাঁওখনতে মনোৰম উদ্যান সিঁচৰতি হৈ আছে। সেই বোৰ পুৰা-গধূলি নানা ৰকমৰ চৰাই-চিৰিকতিৰ কল-কাকলিৰে মুখৰ।

এই গাঁৱৰ আন এলাকাৰ পৰা অলপ দূৰত পশ্চিম ফাললৈ নৈৰ পাৰত এটি চুবুৰি—নাম 'অগ্ৰহাৰম্' অৰ্থাৎ বামুণ চুক। সেই বামুণ চুকৰ ল'ৰা-ছোৱালী বোৰ সুৰদী কণ্ঠৰ অধিকাৰী। চৰাইৰ কাকলিৰ মাজতে সিহঁত ডাঙৰ হৈছে। শিশু বোৰ—বিশেষকৈ কণ কণ ছোৱালীবোৰে কথা ক'লে সিহঁতৰ কণ্ঠত ফুটি উঠে কুলি-চৰাইৰ দৰে, মইনাৰ দৰে, ভাটেৰি দৰে সুৰ। অপূৰ্ব মধুৰ সিহঁতৰ কণ্ঠস্বৰ।

সেই বামুণ চুকৰে পশ্চিম সীমান্তত এটি কৃষ্ণ মন্দিৰ। মন্দিৰ টো পূব মুখীয়া। মন্দিৰৰ সম্মুখ ভাগত প্ৰচুৰ ঘাঁহ। তাত কেইটামান গৰু আৰু গাধা চৰেহি। গৰু বোৰে কেতিয়াবা কেতিয়াবা মন্দিৰৰ আগত শুই শুই এনে দৰে মুখ লৰায়. যেন কৃষ্ণ নামহে জপ কৰিছে। গৰুবোৰৰ পিঠিত কাউৰী পৰি মনৰ আনন্দত সিহঁতৰ কাণ ঠুকুৰিয়ায়। কেতিয়াবা কেতিয়াবা চকুৰ কোণত লাহে লাহে আয়াসত খুটিয়ালে গৰুবোৰেও আৰমত চকু মুদি দিয়ে। গছৰ ডালৰ পৰা চৰাইবোৰে এই দৃশ্য দেখি চঁক খাই চিঞৰে।

সেই বেলানকুণ্ডি গাঁৱৰ বামুণচুক মৰম-চেনেহ, শান্তি আৰু সৌন্দৰ্যৰ নীড়। তাৰ ছোৱালী বোৰ খুব ধুনীয়া। পুৰুষ বিলাক গুণবান। কিন্তু তেওঁ লোকৰ প্ৰায়বোৰ পৰিয়ালেই দুখীয়া। পিতৃ পুৰুষৰ ভূ-সম্পত্তি, মাটি বাৰী অলপীয়াকৈ হ'লেও সকলোৰেই আছে। কিন্তু তাৰ উপাৰ্জনেৰে খাবলৈ নুজুৰে। তাৰ বাহিৰেও কাপোৰ-কানি, সকাম-নিকাম, পূজা-উৎসৱ —শিখাধাৰণ, উপনয়ন, বিয়া, ঋতুস্নান, ঋতুশান্তি, সীমন্তোন্নয়ন, কিবা নহয় কিবা এটা সদায় লাগিয়েই আছে। ক্ৰমে ক্ৰমে গৃহস্থ বিলাকৰ মাটি-বাৰী

বিক্ৰী হ'বলৈ ধৰিলে আৰু দাৰিদ্ৰ্যও ক্ৰমেই বাঢ়ি গ'ল। দেখিলে এনে ভাব হয়, তেওঁ লোকে যেন দুখে-কষ্টে কোনো ৰকমেহে প্ৰবৰ্তিছে। কিন্তু বয়সীয়া সকলৰ ইমানবোৰ দুখ-কষ্ট, অভাৱ অনাটনৰ কথা শিশুবিলাকে নাজানে। চৰায়েও নাজানে। মন্দিৰৰ আগৰ ঘাঁহনিত চৰি ফুৰা গাই বোৰেও নাজানে। আৰু নাজানে বাবেই সেই গাঁৱৰ শিশুবিলাকে অহৰহ আনন্দ, গানত মতলীয়া হৈ থাকে।

এই দুখীয়া বামুণ চুকৰ আন সকলোবিলাকতকৈ দুখীয়া হ'ল মহালিঙ্গম আয়াৰ। এটা ডাঙৰ পৰিয়ালৰ মূৰব্বী। বুঢ়া মাক-বাপেক জীয়াই আছে। আৰু আছে বিধবা ভনীয়েক বিশালাক্ষী, আছে ত্ৰিছ বছৰীয়া স্ত্ৰী গোমতী, তেওঁৰ পাঁচজনী ছোৱালী। ষষ্ঠ সন্তানৰ জন্ম আসন্ন।

ইমানবোৰ মানুহক পোহ-পাল দিব লাগে। অথচ মহালিঙ্গমআয়াৰৰ পৈতৃক সম্পত্তি বুলিবলৈ বিশেষ একো নাই। বয়স তেওঁৰ চল্লিছ পাৰ হৈছে কিন্তু ডেকা মানুহৰ দৰে কোনো প্ৰকাৰে অৰ্থ উপাৰ্জন কৰাৰ শক্তি আৰু উদ্যম তেওঁৰ নাই। ঘৰত ইমানবোৰ ল'ৰা-ছোৱালী, মুখ-চোকা স্ত্ৰী, ৰোগ-ব্যাধিত জৰাজীৰ্ণ মাক-বাপেক, গাভৰু বিধৱা ভনীয়েক এই সমস্ত দুশ্চিন্তাত মহালিঙ্গমৰ মূৰৰ চুলি বগা হ'ল, পিঠি কুঁজা হৈ পৰিছে, গাল শুকান, চকু সোমোৱা; নানাৰকমৰ বেমাৰে বেৰি ধৰি তেওঁক জুৰুলা কৰি পেলাইছে।

এনে অৱস্থাতে এদিন পুহমহীয়া ৰাতি আকাশ ক'লা হৈ পৰিল। তৰা এটিৰো চিন-মোকাম নাই। সমস্ত গাঁওবাসীয়ে ঘৰৰ ভিতৰত আশ্ৰয় লৈছে। বাহিৰত প্ৰচণ্ড ধুমুহা-বৰষুণ। কাণ তাল মৰা মেঘৰ গাজনি। প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ হুৰমুৰ কৈ ভাগি পৰাৰ শব্দ শুনা গৈছে! কাষৰ পাহাৰৰ বোৰে পৰস্পৰে খুন্দিয়া-খুন্দি কৰি বিদীৰ্ণ হৈ গৈছে চাগৈ।

বামুণ চুকৰ মানুহ বিলাকে নিজৰ নিজৰ ঘৰৰ ভিতৰত সন্ত্ৰস্ত হৈ ভাবিছে—আৰু ৰক্ষা নাই! আজি এই মহাপ্ৰলয়ত পৃথিৱী ধ্বংস হৈ যাব! ঘৰে ঘৰে কণ কণ ল'ৰা-ছোৱালীবোৰে চিঞৰি বাখৰি হুৱাদুৱা লগাই কান্দিবলৈ লৈছে। মাইকী মানুহ বিলাকে হায়ৈ-বিয়ৈ লগাইছে। মতাবিলাকে ভয়ত ৰাম-হৰি সুমৰিছে। বাহিৰত বজ্ৰগৰ্জন, ধুমুহা-বৰষুণ বেছিহে হৈছে।

এনে সময়তে আৰম্ভ হ'ল ভূমিকম্প। বামুণ চুকৰ সকলোবোৰ ঘৰেই পুৰণি, জীৰ্ণ। ইমানবোৰ ঘৰ একেলগে খহি পৰিল; ইমান বিলাক মানুহক হেঁচা মাৰি ধৰিলে!

এটা ঘৰ কেৱল ভাগি নপৰিল। মহালিঙ্গম আয়াৰৰ ঘৰৰ মুখৰ ফালৰ চালি এখন। সেই ঘৰত প্ৰসব বেদনাত কাতৰ মহালিঙ্গম আয়াৰৰ স্ত্ৰী গোমতী আৰু তেওঁৰ সহায়ৰ বাবে থকা আয়াৰৰ বিধবা ভনীয়েক বিশালাক্ষী।

ধুমুহা বৰষুণ আৰম্ভ হৈছিল ৰাতি সাতটাত। শেষ ৰাতিৰ ফাললৈ এটা ডাঙৰ ভূমিকম্পৰ লগত ধুমুহা বৰষুণ বন্ধ হ'ল। তাৰ পিছৰ আধাঘণ্টাত সমস্ত পৃথিৱী শান্ত হ'ল।

পিছদিনা পুৱা। বিশালাক্ষীয়ে বাহিৰলৈ ওলাই দেখিলে সমস্ত ঘৰ-দুৱাৰ ভাগি ছিনছ হৈছে। চাৰিওফালে পৰি আছে মানুহ আৰু পশু-পক্ষীৰ দেহ। এই সমস্ত দৃশ্য চাই থকাৰ তেওঁৰ সময় নাই। ধুমুহা-বৰষুণৰ ফলত হোৱা বানত উটি অহা আৰু পৰি থকা মৃতদেহবোৰত তেওঁ চকু ফুৰালে বিশালাক্ষীয়ে জানে—তেওঁ লোকৰ ঘৰৰ আৰু কোনো জীয়াই থকা নাই, একমাত্ৰ তেওঁ আৰু গোমতীৰ বাহিৰে। তেওঁ বুজিব পাৰিলে চুবুৰি টোৰ সকলো ঘৰৰে বোধহয় একেই অৱস্থা, সেয়ে ৰাস্তাত এটিও জন-প্ৰাণী নাই। তেতিয়া তেওঁৰ এটা এটাকৈ মনত পৰিল যোৱা ৰাতিৰ দুৰ্যোগৰ কথা। ভূমিকম্প আৰম্ভ হওঁতেই বুঢ়া বাপেকে চিঞৰি উঠি-ছিল—'আই ঔ'! এয়া বৰ সাংঘাতিক ভূমিকম্প। ব'ল ব'ল, আমি আটায়ে বাহিৰৰ চালিখনলৈ যাওঁ। মোক তইঁতে বাহিৰৰ ঘৰলৈ লৈ ব'ল। বুঢ়াৰ সেই চিঞৰটোহে বিশালাক্ষীয়ে শুনিবলৈ পাইছিল। আৰু একো শুনিবলৈ নাপালে। বাহিৰৰ চালিলৈ যাবলৈ হ'লে বৰ-ঘৰৰ চোতালেদি যাব লাগে। ভিতৰেদি যাবলৈ তাত কোনো দুৱাৰ নাই। কেৱল খিৰিকীৰ মাজেদি বুঢ়া বাপেকৰ কাতৰ চিঞৰ ধুমুহাৰ গৰ্জন ভেদ কৰি বিশালাক্ষীৰ কাণত পৰিছিল। তেতিয়া সেই ভয়ংকৰ দুৰ্যোগত দুৱাৰ খুলি বাহিৰলৈ ওলোৱাটো কাৰো পক্ষে সম্ভৱ না-ছিল। দুৱাৰ খুলিলেই প্ৰলয় ধুমুহা-বৰষুণে হেঁচি ধৰিব। খন্তেকমানহে। হঠাৎ সমস্ত ভিতৰৰ ঘৰটো হুৰমুৰ কৈ ভাগি পৰে আৰু আটাইৰে

কাতৰ আৰ্তনাদ। বিশালাক্ষীয়ে বুজিলে এই দুৰ্যোগত কাৰোৰে নিস্তাৰ নাই। তেওঁ আৰু গোমতী থকা ঘৰটোও ভাগি পৰিব বুলি তেওঁ ভয় খালে। কিন্তু আচৰিত! নাভাগিল। ঘৰটোৰ একো নহ'ল। ইতিমধ্যে ভূমিকম্প ৰ'ল; ধুমুহা বৰষুণো আঁতৰিল।

তেওঁ এইবোৰ ভাবি ভাবি তেতিয়া চাৰিও ফালৰ ভাগি চুৰমাৰ হোৱা ঘৰ-দুৱাৰ, গছ-গছনিবোৰ চাইছিল। তেতিয়া কুটিৰৰ ভিতৰৰ ফালৰ পৰা ভাহি আহিল এটি সদ্যোজাত কেঁচুৱাৰ কান্দোন— 'তেৱাঁ...তেঁৱা ......।' লৰালৰিকৈ ভিতৰলৈ আহি দেখে—'গোমতীৰ এটি কন্যা সন্তান জন্ম হৈছে।

বিশালাক্ষীয়ে শিশুৰ পৰিচৰ্যাত ব্যস্ত হৈ থাকোঁতে ধীৰে ধীৰে গোমতী মৰণৰ কোলাত ঢলি পৰিল। মুমূৰ্ষ মানুহজনীয়ে নন্দেকক সম্বোধন কৰি ক'লে—'বিশালাক্ষী, বিশালাক্ষী! মই আৰু বেছিক্ষণ নাবাচোঁ। মোৰ প্ৰাণ যোৱাৰ আগতে তোক কেইটামান কথা কৈ যাওঁ। সেই কথা তই জীৱনত পাহৰিব নাযাবি। প্ৰথম কথা তই আকৌ বিয়া কৰাবি। বিধবাৰ বিয়াত একো অন্যায় নাই। যমৰজাৰ কাষত পুৰুষ তিৰোতা সকলো সমান। সকলোৰেই তেওঁৰ পদানত। গতিকে পুৰুষক ভয় কৰি থকাৰ কোনো দৰকাৰ নাই। স্ত্ৰীলোক যিমান দিন জীয়াই থাকিব সিমান দিন পুৰুষৰ ওচৰত দাসী হৈ মূৰ তল কৰি থকাৰ দৰকাৰ নাই। গতিকে তই পুৰুষৰ লিখা অসাৰ শাস্ত্ৰ-বোৰ পুৰি পেলাবি। তাৰপিছত সাহস কৰি মাদ্ৰাজ চহৰলৈ গৈ দেখিবি তাত বিধবা বিবাহৰ বাবে সমিতি আছে। তই সেই সমিতিৰ লোকক লগ ধৰি তেওঁ লোকৰ সহায়ত এটি ভাল চাই দৰা বিচাৰি বিয়া কৰি তাৰ লগত সুখেৰে থাকিবি। এই আশীৰ্বাদ কৰিলোঁ। আৰু এটা কথা—তই যিমান দিন জীয়াই থাকিবি মোৰ এই সন্তানটো চাবি। তাৰ নাম থবি চন্দ্ৰিকা।'

বিশালাক্ষীয়ে মূৰ লৰালে। গোমতীৰ প্ৰাণপখী পৰলোকলৈ উৰা মাৰিলে। *

[* এই কাহিনীটো ভাৰতীয়ে এটি দীঘল গল্পৰূপে লিখিবলৈ লৈছিল। কিন্তু লিখা শেষ কৰাৰ আগতেই তেওঁৰ মৃত্যু হয়। এই গল্পৰ এটি প্ৰধান চৰিত্ৰ 'বিশালাক্ষী'। সেই বিশালাক্ষীৰ কাহিনী লেখকে প্ৰায় শেষ কৰি গৈছে। তাৰে একাংশ ইয়াত দিয়া হ'ল।]

# বৈদিক ঋষিৰ কথা ( ভূমিকা )

কাশী হিন্দু বিশ্ববিদ্যালয়ৰ আধাৰ-শিলা স্থাপনৰ সময়ত বহুত পণ্ডিত-বিজ্ঞানীয়ে তাত ভাষণ দিয়ে। এওঁ বিলাকৰ ভিতৰত এজন হ'ল বিজ্ঞান শাস্ত্ৰত পণ্ডিত-চূড়ামণি শ্ৰী জগদীশ চন্দ্ৰ বসু। খুব ওখ খাপৰ বক্তৃতা দিলে তেওঁ। 'লৌকিক শাস্ত্ৰ গৱেষণাত আকৌ ভাৰতবৰ্ষই যাতে নেতৃত্ব দিব পাৰে, সেই ভাৱে আমি আগ বাঢ়িব লাগিব।' —এই কথাষাৰকে নানাভাৱে বিশদকৈ কোৱাৰ পাছত তেওঁ তেওঁৰ বক্তৃতাৰ সামৰণিত ক'লে—'হিন্দু সভ্যতাৰ মাজত এটা বিশেষ শক্তি আছে। কালৰ বুকুত কত সভ্যতা ধ্বংস হৈ গ'ল। কিন্তু আমাৰ সভ্যতাই তাৰ অন্তৰ্নিহিত শক্তিৰ সমস্ত পৰিৱৰ্তনৰ সম্মুখীন হ'ব পাৰিছে। মিচৰত নীল নদীৰ পাৰত, এচিৰিয়া আৰু বেবিলনত বহু হেজাৰ বছৰৰ আগতে জ্ঞান চৰ্চাৰ সৃষ্টি, বৃদ্ধি আৰু পৰিৱৰ্তনৰ পিছত অৱশেষত তাৰ বিলুপ্তি ঘটিল। আমাৰ প্ৰাচীন সভ্যতা আজিও টিকি আছে। আন কি মিচৰীয় সভ্যতাৰ যুগতো আমাৰ হিন্দু সভ্যতা কিমান প্ৰাচীন আছিল তাক থাৱৰ কৰা টান। আজিও সেই সভ্যতা যৌৱনতেই আছে। আমাৰ দৃঢ় বিশ্বাস, এই সভ্যতা ভৱিষ্যতেও নমৰে।'

বিজ্ঞান শাস্ত্ৰৰ বিদগ্ধ পণ্ডিত শ্ৰী বসুৰ কথাবোৰ কেৱল আনুষ্ঠানিক কথা নহয়। আমাৰ মধ্যযুগীয় অজ্ঞতাক যি সকলে মহিমা বুলি গৌৰৱ কৰে, তেওঁ লোকৰ কথা আমি বৰ্জন কৰাই ভাল। কিন্তু বসু ডাঙৰীয়াৰ কথাবোৰ শ্ৰদ্ধাৰে গ্ৰহণ কৰা উচিত। মধ্যযুগত ভাৰত মাতৃ নিদ্ৰাত আচ্ছন্ন। আকৌ এতিয়া সাহসত ভৰ দি ভাৰতৰ হিন্দু জাতিয়ে নবোদিত সূৰ্যক সাদৰ অভ্যৰ্থনা জনাইছে।

এই শাশ্বত হিন্দু সভ্যতা ৰূপী কল্পতৰুৰ প্ৰথম বীজ ৰোপণ কৰিছিল বৈদিক ঋষিসকলে। তেওঁ লোকে যে কেতিয়া, কিমান শতাব্দীৰ পূৰ্বে আবিৰ্ভূত হৈছিল—সেই হিচাপ উলিওৱাটো কঠিন কাম। হিমালয় পৰ্বত কেতিয়া হৈছিল কোনে জানে ? বৈদিক ঋষিসকল কেতিয়া আছিল কেনেকৈ ক'ব ?

শ্ৰীৰামকৃষ্ণ পৰমহংসই কৈছে: 'যেতিয়া প্ৰাৰ্থনা কৰিবা, সেই প্ৰাৰ্থনা যেন তোমাৰ অন্তৰৰ ভিতৰৰ পৰা ওলাই আহে। কিছুক্ষণ অপেক্ষাৰ পাছত দেখিবা মা জগদম্বাই তোমাৰ প্ৰাৰ্থনা পূৰ্ণ কৰিব।'

অতি সুন্দৰ কথা কৈছে ৰামকৃষ্ণ ঋষিয়ে। হৃদয়ৰ অন্তঃস্থলৰ পৰা ওলাই অহা প্ৰাৰ্থনাৰ নাম 'মন্ত্ৰ'। মন্ত্ৰ ফলপ্ৰসূ হ'ব, সন্দেহ নাই। কিন্তু অন্তৰৰ অন্তঃস্থলৰ পৰা প্ৰাৰ্থনা কৰা সহজ নহয়। হৃদয়ৰ তলি কিমান গভীৰ! সমুদ্ৰৰ তলি মানুহে বিচাৰি তাৰ হিচাপ লব পাৰিছে। কিন্তু হৃদয়ৰ তলি বিচাৰি উলিওৱা অতি কঠিন। তথাপি ক্লান্ত হৈ গুৰি এৰি দিলে নহ'ব। আমি প্ৰত্যেকেই হৃদয় সমুদ্ৰত বুৰ মাৰি তাৰ পৰা যথাসাধ্য ৰত্ন তুলি অনাৰ চেষ্টা কৰিম। যিমানে গভীৰলৈ যাম, সিমানেই উৎকৃষ্ট মুকুতা পাম।

ঋষি সকলে তেওঁলোকৰ অন্তৰ শুদ্ধি কৰিছিল। সেয়ে তলিলৈকে বুৰ মাৰি সহজেই তাৰ পৰা লৈ আহিছিল মহামূল্য মন্ত্ৰৰাজি। ভগৱান সেই মন্ত্ৰৰ বশীভূত। শূন্য শব্দৰ কোনো মহিমা নাই। সেই শব্দৰ লগত অন্তৰৰ বিশ্বাস মিলিত হ'লেই শব্দৰ মহিমা। এই কথা নিশ্চিত সত্য-যেনে তোমাৰ ভাবনা, তেনে তোমাৰ সিদ্ধি। কিন্তু ভাবনা খাঁটী হ'ব লাগিব। গভীৰ চিন্তা, অবিচলিত চিন্তা, প্ৰবল চিন্তা, অপৰিৱৰ্তনীয় চিন্তা — এই চিন্তাই বিশ্বক জনাৰ সহায়ক। যন্ত্ৰ নামক বিজ্ঞান শক্তিক মধুছন্দা ঋষিয়ে স্থাপন কৰিছে বলযুক্ত মন্ত্ৰৰাজিৰে। সেই মন্ত্ৰসমূহ কবিতাৰ মাজতে বিদ্যমান। আৰু সেই বৈদিক ঋষিসকলৰ কবিতা পাঠৰ সময়ত আমাৰ হৃদয়ত মৌ নিগৰে।

# তজু´[1]

যোৱা সপ্তাহত মাদ্ৰাজ চহৰৰ কন্দস্বামী মন্দিৰৰ বসন্তমণ্ডপত 'সাধু মহা সংঘ'ৰ উদ্যোগত এখনি সভা অনুষ্ঠিত হয়। সেই সভাত স্বামী অদ্ভুতানন্দই এটি চমৎকাৰ বক্তৃতা দিয়ে। স্বামীজীৰ বক্তৃতা চমুকৈ এয়া :— 'ধৰ্ম বিষয় সমূহত আমাৰ পূৰ্ব পুৰুষ সকলে খুব উন্নত শ্ৰেণীৰ আধ্যাত্মিক সাধনা কৰিছিল। আমি তেওঁলোকৰ ধ্যান ধাৰণাক উত্তমৰূপে আয়ত্ব কৰি সমস্ত জগতবাসীক বিতৰণ কৰিম। আমেৰিকা, ইউৰোপ প্ৰভৃতি অঞ্চলৰ বেছ কিছু মানুহ তাৰ প্ৰত্যাশাত আছে।'

ইয়াত ধৰ্ম বিষয়ক শব্দটো পাৰমাৰ্থিক সত্য অৰ্থাৎ পঞ্চেন্দ্ৰিয়ৰ অতীত শুদ্ধ জ্ঞানৰ অধিগম্য দৈৱসত্য। এই সত্যলাভৰ উপায়—জ্ঞান, ভক্তি, যোগ। এই সমস্ত পথৰ বিবৰণ আৰু উপলব্ধ সত্যৰ স্বৰূপ আমাৰ পূৰ্বসুৰী সকলে কঠোৰ পৰিশ্ৰমেৰে অনুসন্ধান কৰি তেওঁলোকৰ গ্ৰন্থাদিত সংগ্ৰহ কৰি থৈ গৈছে। নিষ্ঠাৰ সৈতে এই সম্পদ অৰ্জন কৰিব লাগিব আৰু তাৰ পিছত সমস্ত বিশ্ববাসীৰ মাজত সেই সম্পদ বিলাই পৃথিৱীৰ দুখ, দৈন্য, অজ্ঞতা দূৰ কৰি মানৱজীৱন মহিমান্বিত কৰাৰ দৰকাৰ। তিৰুবল্লুৱৰে কৈছে :

'তাম ইন্বুৰূবতু উলগু ইন্বুৰক্কণ্ডু
কামুৰূবৰ্ কৰত্ৰৱিন্দাৰ।'

'—বিশ্বজনৰ আনন্দত মই আনন্দিত।' স্বামী অদ্ভুতানন্দৰ উদ্দেশ্যও সেয়ে। মই তেওঁৰ সৈতে একমত। কিন্তু আমি এইখিনিতে বৈ গলে নহ'ব। কেৱল আধ্যাত্মিক ক্ষেত্ৰতে নহয়, ব্যাৱহাৰিক ক্ষেত্ৰতো আমি বিশ্ববাসীক সহায় কৰিবলৈ আগ বাঢ়ি যাব লাগিব। আমাৰ পূৰ্ব-পুৰুষ সকলে কেৱল পাৰমাৰ্থিক বিষয় সমূহত হে যে উৎকৰ্ষতা লাভ কৰিছিল, সেইটো নহয়, ব্যাৱহাৰিক জ্ঞানতো আচৰিত উন্নতি প্ৰদৰ্শন কৰিছিল। মোৰ এজন শ্ৰদ্ধেয় বন্ধুৱে বহু দেশৰ নানাৰূপ শাস্ত্ৰ সমূহত প্ৰগাঢ় পাণ্ডিত্য লাভ কৰিছে। তেওঁ কয় যে ইউৰোপীয় সভ্যতাৰ মূল উৎস—গ্ৰীক সভ্যতাৰ শিল্প-

1. 'তজু´' শীৰ্ষক প্ৰবন্ধৰ একাংশ।

কলাতকৈ প্ৰাচীন ভাৰতীয় শিল্প কলা কোনো গুণে কম নহয়। এই শিল্প কলাক বহিৰ্জগতত দাঙি ধৰাৰ উদ্দেশ্যে লৈ আনন্দ কুমাৰ স্বামী আদি বিদ্বান-সকলে খুব চেষ্টা কৰিছে। কিন্তু এই শিল্পকলা আমাৰ তামিল দেশবাসীক বিতংকৈ বুজাই দিব পৰা মানুহ মই দেখা নাই।

কেইখনমান দেশৰ সঙ্গীতক লৈ মই এক ৰকমৰ তুলনা কৰি চাইছোঁ। তাৰ পৰা মোৰ এই ধাৰণা জন্মিছে যে আমাৰ প্ৰাচীন সঙ্গীতৰ সমতুল্য বস্তু পৃথিৱীৰ আৰু ক'তো বোধ কৰো নাই। কাব্য-সাহিত্য সম্পৰ্কেও মোৰ সেই একেই মত। গণিত, ৰসায়ন আদি আৰু আন আন বহু শাস্ত্ৰ আমাৰ এই ভাৰতবৰ্ষতেই বিকাশ লাভ কৰে।

আমি ঐহিক জ্ঞানতো পিছ পৰি নাথাকোঁ। যি বোৰ শাস্ত্ৰ আমাৰ অজ্ঞাত, সেই বোৰৰ প্ৰাথমিক কথা আমি আনৰ পৰা শিকি লব লাগিব। পিছত সেই বোৰকেই আমাৰ চেষ্টা আৰু বুদ্ধিৰে আৰু সমৃদ্ধ কৰি আকৌ বিশ্ববাসীক দান কৰিব লাগিব। সেই যোগ্যতা আমাৰ আছে।

অহা বোম্বাই কংগ্ৰেছ অধিবেশনত ভাৰতবৰ্ষৰ নানা ঠাইৰ পৰা যোগ-দান কৰিবলৈ অহা প্ৰতিনিধিসকলৰ ভিতৰত কেই গৰাকীমান মহিলা প্ৰতিনিধিও থাকিব বুলি আশা কৰা হৈছে। পুৰুষ প্ৰতিনিধিৰ সহায়ৰ বাবে এইবাৰো ল'ৰাৰ স্বেচ্ছাসেৱক বাহিনী গঠন কৰিছে। লগতে মহিলা প্ৰভিনিধিৰ বাবে ছোৱালীৰ এটি স্বেচ্ছাসেৱিকা বাহিনী গঠন কৰিবলৈকো লোৱা হৈছে। মোৰ মতে এই নতুনত্ব আমাৰ দেশৰ পক্ষে এক শুভ ইঙ্গিত।

চীন প্ৰজাতন্ত্ৰৰ নায়ক য়ুবানসি-কায় এদিন যুৱক আছিল। এতিয়া তেওঁ বয়সস্থ। পূৰ্ব ৰাজবংশ উচ্ছেদ কৰি চীনৰ প্ৰজাতন্ত্ৰৰ প্ৰতিষ্ঠা কৰে তেওঁ। তেওঁৰ পক্ষে সৈন্যবল আছিল বাবে সহজেই তেওঁ প্ৰজাতন্ত্ৰৰ নায়ক হ'ল। কিন্তু আচৰিত কথা, কিছুদিনৰ ভিতৰতে য়ুবানৰ ভাব হয়—চীনৰ পক্ষে প্ৰজাতন্ত্ৰ নহয়, ৰাজ তন্ত্ৰই হে উপযুক্ত ব্যৱস্থা। তেওঁৰ দৃঢ় বিশ্বাস—বিশ্ববাসীয়ে তেওঁক চীনৰ ৰজা বুলি গণ্য কৰে। এতিয়া উৰা বাতৰি ওলাইছে, প্ৰাক্তন ৰাজকুমাৰৰ সৈতে তেওঁৰ ছোৱালীৰ বিয়া হ'ব। এই অৱ-স্থাত চীনদেশৰ প্ৰজাতন্ত্ৰ আৰু কিমান দিন থাকিব, তাকে লৈ আমাৰ দেশৰ

জ্যোতিষী সকলে নানাৰকমৰ ভৱিষ্যদ্বাণী কৰিছে বুলি শুনা যায়। যদি চীন প্ৰজাতন্ত্ৰৰ জন্ম-পত্ৰিকা শুনিব খোজা কওঁ—উল্লিখিত প্ৰজাতন্ত্ৰত তুঙ্গত ৰাহুৰ অধিষ্ঠান, দ্বিতীয় স্থানত শনি। সকলোৱে জানে শনি হ'ল খোৰা দেৱতা, অন্য গ্ৰহবোৰো প্ৰতিকূল। গতিকে জোতিষশাস্ত্ৰ নাজানিলেও ফলাফল কৈ দিব পাৰোঁ।

কেই দিনমানৰ আগতে 'স্বদেশ মিত্ৰণ' কাকতত এখন চিঠি প্ৰকাশিত হৈছিল। চেযূৰত এজন বুঢ়াৰ বিয়া সম্পৰ্কে শ্ৰী মাদবয়া নামৰ এজন লোকে চিঠিখন লিখিছিল-।

বুঢ়াৰ বয়স সত্তৰ, তেওঁৰ মাক এতিয়াও জীৱিত। বয়স 98 বছৰ। নিজৰ আৰু মাতৃদেৱীৰ সেৱাৰ বাবে তেওঁ ষোল বছৰীয়া ছোৱালী বিয়া কৰিব বিচাৰে। খবৰ পাই এৰৈকছটি পৰিয়ালে এৰৈকছজনী ছোৱালীৰ সৌৰৱণীৰ নকল পঠায়। মনোনীত কন্যাৰ দেউতাকে অদৃষ্ট আৰু জ্যোতিষ-শাস্ত্ৰক ধিয়াই আগ বাঢ়ে। কিন্তু তেওঁ ভগৱানক বিশ্বাস কৰে যেন নালাগে।

উটৰ কেৱল পিঠিত হে কুঁজ নে? তামিল দেশৰ দুখ-দুৰ্দশাৰ জানো শেষ আছে? * *